১৯৭৪-৭৫

দিবা শাখা

ঃ জগন্নাথ বৰুৱা মহাবিদ্যালয় আলোচনী ঃ






# অ স মী য়া

# বি ভা গ

উপদেষ্টা—

অধ্যাপক—শ্ৰীনবীন গগৈ

সম্পাদনাত—

শ্ৰীধৰ্মেশ্বৰ নেওগ

KKH Library




সত্যৰ পূজাৰী আমি,
সুন্দৰৰ পূজাৰী আমি;
আমি নবীন পূজাৰ,
আমি ন্যায়ৰ পূজাৰী,
সত্যক আমি পূজিম,
মানৱতাক আমি আদৰিম।
পূজাৰ বেদিত আজি,
মনাৰ আছে ধৰি;
গোলাপক আনিম বিচাৰি
আমি নবীন পূজাৰী।

আমি সত্য, ন্যায় আৰু মানৱতাৰ নবীন পূজাৰী। আমাৰ কৰ্তব্য—প্ৰকৃত শিক্ষা আহৰণ কৰি আমাৰ মৰমৰ জগতে সমাজ আৰু দেশৰ সৰ্বাঙ্গীন মঙ্গলচিন্তা কৰা। সেয়েহে আজি হতে ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীৰ কুৰিদফীয়া আঁচনি আৰু ভাৰতীয় যুৱ-কংগ্ৰেছৰ নেতা সঞ্জয় গান্ধীৰ চাৰিদফীয়া অৰ্থনৈতিক আঁচনিক স্বাগত সম্ভাষণ জনাই আমিও ক্ষুদ্ৰ স্বাৰ্থ পৰিহাৰ কৰি উচ্চ-নীচ, জাতি-ভেদ পাহৰি মানৱতাৰ সোণেৰে বান্ধ খাই গঢ়ি তুলিম এখন নতুন সমাজ—য'ত নাথাকিব ক্ষুধাৰ আঘাত ধ্বংস বিনাশক ক্ৰন্দন—থাকিব মাথো অনাবিল আনন্দ—সকলোৰে পৰিচয় হব কেৱল মানুহ—আমাৰ কাণত বাজি উঠক সেই মহামন্ত্ৰ—

"জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী"

জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ
ছাত্ৰ-ছাত্ৰী সকলৰ হৈ
শ্ৰীভুৱন দাস

KKH Library




# কৃতজ্ঞতা স্বীকাৰ

আলোচনীখন প্ৰকাশহৈ ওলোৱাৰ কাৰণে, বিভিন্ন দিশত সহায় সহানুভূতি আগবঢ়োৱাৰ বাবে শ্ৰদ্ধাৰে সোঁৱৰিছো—

শ্ৰদ্ধাভাজন অধ্যক্ষ শ্ৰীকৃষ্ণচন্দ্ৰ কাকতিদেৱে আলোচনীখন খৰটকীয়াকৈ উলিয়াবৰ কাৰণে অনুপ্ৰেৰণা যোগাইছিল।

অধ্যাপক শ্ৰীনবীন গগৈদেৱে উপযুক্ত প্ৰবন্ধপাতি Censor কৰি দিয়াত সহায় কৰিছিল।

শ্ৰীভুবন দাস—আলোচনীৰ বেটুপাত আঁকি দিছিল আৰু আলোচনী প্ৰকাশৰ বাবে ওতঃপ্ৰোত ভাৱে প্ৰেছত লাগি আছিল।

আৰু

Apico printing অৰ শ্ৰীদীপক বৰিকে আলোচনীখন অনতিপলমে ছপাহৈ ওলোৱাত আগভাগ লৈছিল।

ধন্যবাদেৰে—
শ্ৰীধৰ্মেশ্বৰ নেওগ
সম্পাদক আলোচনী বিভাগ

KKH Library

# ঃ এই সংখ্যাত পাব ঃ

## ॥ কবিতা কুঞ্জত ॥



## ॥ প্ৰবন্ধৰ সন্ধানত ॥



KKH Library

KKH Library

ডিব্ৰুগড়ত অনুষ্ঠিত হোৱা আন্তঃ মহাবিদ্যালয় বাৰ্ষিক ক্ৰীড়া প্ৰতিযোগীতাত জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ খেলুৱৈ-দলে প্ৰথম বাৰৰ বাবে শ্ৰেষ্ঠ দলৰ সম্মান লাভ কৰে।



সোঁফালৰ পৰা বাওঁফাললৈ—প্ৰথম শাৰীত বহি— ৰূপালী ভূঞা, ডিপু হাজৰীকা
মাজৰ ,, ,, — অধ্যাপক প্ৰভাত মহন্ত (দলৰ পৰিচালক) অধ্যক্ষ কৃষ্ণ কাকতি, অধ্যাপক অৰুন গোস্বামী
শেষৰ ,, থিয় হৈ— সুৰেন বৰা, ৰমেন শৰ্মা, গণেশ কছাৰী, ভূবন দাস (অধিনায়ক) আমান হচেন, প্ৰদীপ বৰা, প্ৰদীপ গগৈ, হৰেন দত্ত, তপন চাংকাকতী

॥ কবিতা ॥



# উপহাৰ

—ভূটন দাস
চূড়ান্ত পৰীক্ষাৰ্থী
স্নাতক মহলা কলা

পাৰ্বতীৰ পুত্ৰা
নিয়ৰত তিতি থকা
তলসৰা শেৱালি
আনিছো বুটলি
এখানি মালা গাঁথিবলৈ
তোমাক উপহাৰ দিবলৈ।

সৰু সৰু শেৱালিৰ
মিঠা মিঠা সুবাসে
মন মোৰ
প্ৰাণ মোৰ
উন্মনা কৰিলে।
এটি দুটি পাহিৰে
আনন্দত অধীৰ হৈ
কল্পনাৰ আবেগ সাজি
গাঁথিছো মালাখানি।

শেষ হ'ল মালাগাঁথা
আকুল আগ্ৰহেৰে মই
মালাখনি তুলি ললো
তোমাক পিন্ধাবলৈ।

কিন্তু! কত তুমি মাত্ৰা?
নেদেখো তোমাৰ ছাঁয়া
কিন্তু তুমি
সলাগৈ আঁতৰি ?

বিয়াৰ মৰমেৰে গাঁথা
আশাৰ মালাখনি মোৰ
হাততেই মৰহি গ'ল।

মৰহা পাপৰিকে মই
দ্ৰুত সাহতি লৈ
ৰম বাট চাই
তোমালৈ।
এটি দুটি কৈ
দিনবোৰ বাগৰি যাব
সময়ৰ গৰ্ভত
সকলোবোৰ লয় পাব
মাথো ৰব
হাতত মোৰ
শেৱালি ফুলৰ
মৰহা মালাখনি
জখনা যুগলৈ
মাথো তোমালৈ।

## গতি

—সুমন্ত চলিহা
প্ৰাক্-স্নাতক, ১ম বাৰ্ষিক
বিজ্ঞান

তুষাৰাম্মোৰীৰ
সেই মসৃণ
নীৰৱ গতিৰে
ক্ৰমে স্ফীত হৈ
সংকোচনশীল গতিৰে
উঁভতি যোৱা সেইবোৰ কি !
বন জুইৰ চাকনাৰে
চঞ্চল সিহঁতৰ স্থিতি !
অস্তমিত সূৰ্যৰ পাচত
আৱিৰ্ভূত
চুকাবালুলী সদৃশ ।
প্ৰদৰ্শনীৰ কাৰণে
প্ৰকৃতি মুক্ত
সংকৃত [illegible]
ৰঙীন বাসনাৰ প্ৰকৃতি,
নে উৰহ মুঁজাক !
মানস পশ্চাতত
মাৰ যতি ।

---

## সোঁৱৰণী

ভাবিলেও ভাবনাৰ পাৰকে নাপাওঁ,
ভাবনো ক'ৰ পৰা আহে গমকে নাপাওঁ ।
স্মৃতিৰ মিশল মই বিচাৰি ওলাওঁ
বিস্মৃতিৰ গহ্বৰত কিন্তু নিজেই হেৰাওঁ ।
সুৰ ভোলা বাল্যকাল মিঠামাতে গ'ল,
সুৰভি কিশোৰ কাল সপোনতে ৰ'ল ।
লাহে লাহে দেখা দিলে যৌৱন সোণালী ।
ৰূপে ৰসে ৰঙে ভৰা যৌৱন জোনালী,
কত কি যে বেমেজালি কাতি কৰি থ'ই,
পাহৰীয় শেষকাল সিও পাছে ৰ'ই ।
জীৱন নদীৰ পাৰে অনেক সলনি,
ভাবিছো অনেক কথা লেখাওঁ বুজনি ।
সহসা অতীতে আজি ধৰিছে আঁকৰি,
ভাবি সেই মধুস্মৃতি পৰিছো ভাগৰি ।

—নীৰদা হাতীবৰুৱা
১ম বাৰ্ষিক-স্নাতক (ক'লা)




# পৰিত্ৰাণ

—অজয় কুমাৰ কাকতী
২য় বাৰ্ষিক স্নাতক (কলা)

বন্ধ অন্ধ কূপত, দূৰ পৰ্ব্বত টিঙত
আছিল কোন অজান আত্মা চিৰ বন্দী হৈ
ৰিক্ত ক্ষত হৃদয়, খুঁজি শত বছৰত,
হায়! কৰিছিল কত আশা মুক্তি পাবলৈ।

দুৰ্গম অমানিশা, প্ৰিয়তমে দিলে দেখা,
উজ্জ্বলিল দিগন্ত ৰেখা নৱজ্যোতি পাই;
কলে "উঠা প্ৰিয় সখা, জিলিকে ৰক্ত শিখা,
ৰচাওঁ সোণৰ সংসাৰ শত যুগক লৈ।"

"তনু আশাত দেহ, কত কৰো কত স্নেহ,
দিলা আজি চিৰ মুক্তি যুগ যুগলৈ।"
বিদায় অমানিশা, মনত কত ন আশা,
মুক্ত আত্মা চাইয়ে থাকিল ৰূপ সুধা লৈ।

নাচে গিৰি ধৱল, মনত অসীম বল,
কান্দিছিল কতনো নিশা বন্দী আত্মাক লৈ,
কলে- "হে পুণ্যমাতৃ, নাচা কেনে তন্দ্ৰ নাতি,
অতীত ভুলৰ মুক্তি পালা শত যুগ হৈ।

আতৰিল প্ৰিয়তম, জাগিল মাতৃৰ মন,
তাকে দেখি গিৰি ধৱল কান্দিবে লাগিল;
নামানে গিৰি প্ৰাণ, নাই মাত নাই তান,
চাতক ক্ৰন্দনো আজি ক'ৰবাত হৰিল।

পুৱতি সমীৰ ৰেখা, আকাশে দিলে দেখা;
দেৱে মঙ্গল লোতক যায় ঢৌৱামলৈ হৈ;
কোলে দিলে আশি চুমা, সমীৰ লাগে ৰেখা,
অকেকলৈ চাই ৰ'ল কঙ্কণত হৈ।

মনত সাহস বান্ধি, নাচে তুষাৰ পাতি'
ব'ৱালে তুষাৰ নদী উঠি শিহৰলৈ হৈ;
"মোৰা মাতৃ অন বাগি, বুকে মাহটি আতি
যুগে যুগে ধৰি যায় তোমাৰ বুকুত হৈ।

অতীত মহাসতী, অকেকীয়া পাপে মজি,
হৈছিল বন্দী অগাধ গৰ্ব্বত বুকুত লৈ;
জীৱনৰ জুগা গধা, অমৰ স্পৰ্শৰ,
অনিত দৰ্শন সুখৰ, কামনা নহয়।

অন আগে মহাসতী, শান্তত গিৰিপতি,
কইছে নানান কথা মাতৃৰ কাণত হৈ;
ফুত মিলন উষ্ণ প্ৰাণ, গায়মুক্ত গান,
নাচিব আকাশী জোনে চিৰ বিৰবিৰ হৈ।

"প্ৰিয়তম আজি নহয় কলঙ্কিনী মই,
কি দৰে মিলন আমাৰ শীঘ্ৰ কৰা হয়।"
সেইহে মিলন দিবা জ্যোতিত, উঠলা হৈ,
নাচে মাতৃ মহা সতী বছৰত বাৰ হৈ।

KKH Library



# এটা বিস্ফোৰণ ঘটিব

এক স্বতঃস্ফূৰ্ত বিস্ফোৰণ সমাগত
এটা এটম বোমাৰ।
তাৰ বাবে অনেক বাহ্যব্যৱস্থাৰ প্ৰয়োজন নহব,
প্ৰয়োজন নহব কাকো ক্ষুধাকাতৰ কৰাৰ।
বিপ্লৱ—সেই এটম বোমাৰ কেন্দ্ৰাতিগ শক্তি;
প্ৰতিবিপ্লৱী আৰু বিপ্লৱী 'নিউক্লিয়াচ'ৰ
(ক্ৰমে) তড়িৎবিহীন আৰু তড়িৎযুক্ত দুই পৰমাণু কণিকা
দেহৰ শিৰাই উপশিৰাই, তেজৰ প্ৰতিটো কণিকাতে
যেতিয়া জোৱাৰ উঠিব সংগ্ৰামী চেতনাৰ তেতিয়া
সমগ্ৰ মেহনতী কৃষক-শ্ৰমিক জনগণে বিস্ফোৰণ ঘটাব
সেই এটম বোমাৰ।
সেই বিস্ফোৰণ ধ্বংসৰ নহয়, সৃষ্টিৰ।
সমুদ্ৰত নহয়, মৰুভূমিত নহয় সেই বোমাৰ বিস্ফোৰণ।
সি বিস্ফোৰিত হ'ব বিশাল জনমানসৰ কোঁঠে কোঁঠে
সৃষ্টি হব নতুন যুগ নিশান।
এটা বিস্ফোৰণ ঘটিব—সৃষ্টিকাৰী এটম বোমাৰ।

*

*

—ৰাজীৱ কুমাৰ বৰদলৈ
প্ৰাক্‌বিশ্ববিদ্যালয় প্ৰথম বাৰ্ষিক
বিজ্ঞান (দিবা শাখা-ক)

---

# অনুভূতি

বিজয় সিং বিশুন
প্ৰাক্-স্নাতক, ১ম বাৰ্ষিক কলা

তলিজাৰ মাজেদি সৰকে
এটা সৰীসৃপ
ক্ৰমাত হাউলী আছে সেইটো
সমগ্ৰ পৃথিৱীত
পাহাৰবোৰত
বিতত আবেলিৰ ছাঁৰ দৰে

স্তব্ধ হৈ আছে উশাহ
বুকুত অসহ গোৰেণি
ই এক অনালাপ-কৰুণ মূৰ্ছনা।
ক্ষন্তেক আগতে পাৰ হৈ গ'ল
তড়িৎ গতিৰ বিদ্যুৎ
— এই ফালেদি
বুকুৰ মাজেদি।

# তল লৈ আৰু তল লৈ

সময়ৰ বলকা বালিত
এটি-দুটি-বহতো—
পদচিহ্ন ৰাখি যোৱাৰ বাসনা
আমাৰ বাবে 'উন্মাদনা' মাত্ৰ।
আমি যেন
সভ্যতাৰ ইতিহাসৰ পাত ওলটাই থকা
বিদ্যমান জীৱন্ত 'কঙ্কাল'।
সভ্যতাৰ স্ব-কেন্দ্ৰত বন্দী আমাৰ অন্তৰাত্মা।
শত্ৰুৰ তীব্ৰ হলাহল পান কৰি
আজি আমি
'নীলকণ্ঠ' হোৱাৰ পথত।
ঈমান দিনে —
হীহিৰ চিকমিকণী আৰু সোণালী আলোকময়
জীৱনৰ স্বপ্নীল বাটটো 'দৃষ্টি' অহাৰ পাচত
আজি আমি থমকি ৰৈছোঁ।
আজি আমাৰ গতি আছে, দৃষ্টি নাই
আমি যেন অন্ধ, অক্ষম!
আমাৰ গতিৰ ৰেখা চিৰসমান্তৰাল।
অধঃপতনৰ কীটানুৰ সহস্ৰ দংশনত
জৰ্জ্জৰিত আমাৰ সৰ্ব্বসত্বা—।
আমি যেন আদামৰ আদিম সভ্যতাৰ
নগ্ন দিগম্বৰ!
আমাৰ জাতীয় চেতনাৰ অথৰ্ব মেৰুদণ্ডত
উঁইপোকৰ কিলবিলনি।
আত্মচেতনাৰ নাতিশীতোষ্ণ অঞ্চলত
জীৱনৰ প্ৰতিটো অসন্তুষ্টিৰ সৈতে, আমি সন্তুষ্ট।
আমাৰ সৰীসৃপ মনৰ পৰা
খুঁজি খুঁজি জীয়াই থকাৰ কামনা অন্তৰ্নিহিত;
আমাৰ মনত মাথো
ভগা ছিগা জগতৰ দুৰ্ব্বল আশ্বাস
আৰু জীৰ্ণশীৰ্ণ গভীৰ বেদনাৰ পোহাৰ।
আমাৰ জীৱন যেন
অজস্ৰ বিষ্ঠা থকা পদুমৰ এটা পাপৰি
জিলিকি উঠা—জোৎস্না ৰাতি।

—বীণা গগৈ
১০ বাৰ্ষিক স্নাতক (ক'লা)

KKH Library

# আমি জীয়াই থাকিম

—প্ৰদীপ কুমাৰ বৰা
তৃতীয় বাৰ্ষিক স্নাতক (কলা)

আমি জীয়াই থাকিম,
ভগা পুখুৰিৰ অন্দৰৰ মাজত ;
আৰু বাটৰ কাষৰ "ডাষ্টবিনৰ" মাজত।
ওঁ হয়, আমি জীয়াই থাকিম,
কাৰোবাৰ "অদ্ভুত আশাৰ" মাজত।
আৰু, চহৰৰ কোলোৰা গলিৰ মাজত।
হয়, আমি জীয়াই থাকিম,
"গৰীবী হটাও" ধ্বনিৰ মাজত;
বা বন্দুকৰ সহস্ৰ গুলীৰ আগত।
কিন্তু কিহ !
মানৱতাৰ প্ৰতি শ্ৰদ্ধাৰ দ্বাৰা,
সহৃদয়তা অনুশীলন কৰি;
সাম্যবাদ প্ৰতিষ্ঠাৰ হেতু।
মানুহৰ শিকলি ছিন্ন কৰিম;
পুঁজিপতিৰ শোষণ নিঃশেষ কৰিম;
ভাতৃত্ব প্ৰতিষ্ঠা কৰিম।
ভাতৃত্ব প্ৰতিষ্ঠাৰ অবিহনে'
সাম্যবাদ প্ৰতিষ্ঠাৰ অবিহনে ;
জীৱন (মোৰ) কৰিম অৰ্পণ।
ইয়েই মোৰ ধৰ্ম; মোৰ কৰ্ম,
ইয়েই মোৰ জীৱন পণ।



# জীৱন এক তেজী ঘোঁৰা

—কুমাৰী গীতা শৰ্মা
বাণিজ্য শাখা

অন্ধকাৰৰ মাজত পোহৰৰ ৰেখা
আশাৰ সপোন
সাত ৰঙৰ ৰামধেনু
সুৰৰ মূৰ্চ্ছনা
মায়াৰ সপোন।
কিন্তু ই মৰীচিকা !
শিল্পীৰ ৰঙৰ তুলিকা।
সৃষ্টি কৰ্তাৰ সুন্দৰ সৃষ্টি এই ধৰা
ই জীৱন—এক সুমধুৰ সঙ্গীত
সুৰৰ নিজৰা।
যদি এক সুৰা
ই-কি সপোন নে দিঠক ?
জীৱন এক আশাৰ
সাজত চেকুৰা তেজী ঘোঁৰা।



# এপাৰ মিনি কবিতাৰ মালা

—পঙ্কজ. কে গগৈ
স্নাতক মহলা চূড়ান্ত পৰীক্ষাৰ্থী
(কলা)

## নতুন পুৰুষ

(১)

পৰাঘাত কৰোঁ মই নতুন পুৰুষক. ক'তা
তোমালোকে সৃষ্টি কৰিলা
Generation gape—আগৰ পুৰুষে
সঁজা ভুলৰ আকাশচুম্বী মহলৰ
উচ্চতা বঢ়োৱাত তোমালোকেও গাঁথিছা
একটা দুটা বহুটা ইটা।
একদিন শোষিত জনতাই মাটি খানিব। সেই
মহলটোৰ বাগৰি পৰিব সিহঁতৰ,
তথা দুৰ্নি-দুৰ্মতিত
জনিব পৰ্যানত।।

## মোৰ দেশ ঃ বৰফৰ দেশ

(২)

বগা কাপোৰখনেৰে আজিও মই নিজকে ঢাকি
পেলোৱা নাই। শীতত
নিষ্প্ৰভ নহয়। মোৰ ৰক্তৰ প্ৰাচীৰ প্ৰজ্বলিত উত্তাপ
সেই বাবেই সৃষ্টিকালৰ গীত ৰচিছোঁ। মোৰ গীত :
মোৰ জীৱন শক্তি।
হিমালয়ৰ দাঁতিত ক'ৰবাত বৰফ পৰেনে? তাৰ
মানুহবোৰে
আমাৰ দৰে ঠেঁৰেঙা লাগি থাকেনে? আমাৰ
ইয়াত
বৰফ কোনোদিনে 'পেৰাচুট' হৈ নামি
অহা নাই; কিন্তু মানুহবোৰ
শীতত নিষ্ঠুৰ।
আৰু মই গীতেৰে গলাব খুজিছোঁ সেই জড়তা।
বগা কাপোৰখনেৰে……

## ঈশ্বৰ

(৩)

এখন ঈশ্বৰৰ ছায়াছবি চাই আহিলোঁ। তেওঁ
যেন শাসকবৰ্গৰ প্ৰতিনিধি। ইমান ঐশ্বৰ্য্য
ইমান সম্মান। এবা,
দুখীয়াৰ বাবে চাবলৈ ঈশ্বৰৰ সময় ক'ত ?

## প্ৰতীক্ষা

(৪)

এতিয়াও মই সাৰ পাই উঠোঁ।
খিৰিকি মেলি চাই পঠিয়াওঁ
কি যে দেখোঁ, মইতো নাজানো।
আকাশৰ তৰাবোৰ সৰি যেনো পথাৰত
ফুলি আছে।
নিদ্ৰাৰ কাঁহেকদি সৰি যেনো সপোন আহি আছে।
মই প্ৰতীক্ষা কৰোঁ।
সিহঁতৰ মৃত দেহবোৰে শ্মশান এৰি আহিব,
মানুহে ধৰা অস্ত্ৰবোৰ খন-খনাব।
মই প্ৰতীক্ষা কৰোঁ।
সিহঁত আছিল শহীদ, আকৌ আহিব,
জনতাৰ হৃদয়ত জন্ম হ'ব,
মই প্ৰতীক্ষা কৰোঁ।।।

KKH Library

# ভগ্নাংশ

(৫)

মন্দিৰৰ পাত নাওঁতা দেৱ-দেৱী
মন পবিত্ৰ কৰি সোমাব লাগে।
সাগৰৰ পাৰত নগ্ন নৰ-নাৰী
মন পবিত্ৰ কৰি চুৱিব লাগে।
যৌৱনে মাথো প্ৰাণ পাই উঠে চকুৰ আঁৰত॥

—

# মোৰ প্ৰেয়সী

(৬)

প্ৰেমৰ শুকান শুকান অনুভূতি মোৰ
চৌদিশে উৰিছে। যেন মোৰ প্ৰিয়
গায়কৰ সৰ্ব্বশ্ৰেষ্ঠ গীতৰ সুৰৰ মন
উতলোৱা লহৰ।
মোৰ প্ৰেম ! মোৰ প্ৰেয়সীৰ সৌন্দৰ্য্যশালী
দেহটো নহয়। অতীত কবি ! তুমি
প্ৰেয়সীৰ ৰূপতে আছিলা নিমগ্ন। তোমাৰ
কবিতাৰ পাৰীয়ে পাৰীয়ে মাথো
ৰূপৰ অবিৰাম বৰ্ণনা। কিন্তু
মই
তুমি চাইছো
মোৰ প্ৰেমিকাৰ মোৰ প্ৰতি থকা
নিভেজাল একান্ত মৰম।

# এগছি বন্তি

—আনন্দ কুমাৰ বুঢ়ৈ
প্ৰাক্ স্নাতক, ২য় বাৰ্ষিক
(বাণিজ্য)

মোৰ মন
সোঁ সুদূৰত
উৰি গৈ
জুই পিয়াৰ দৰে
জ্বলিছে।
শৰতৰ আকাশখন
কৰিং ছুটা
জোনাকেৰে
জ্বলি উঠিছে।
মোৰ দেহত থকা
টোপনিবিলাক
কুঁহুটি দৰে
লাহে লাহে
ওলাই আহিছে।
আৰু সেই সুদূৰত গৈ
নীলাম বজাৰত
যোগ দিব বিচাৰে॥

# অনুভূতি তিনিটা

—জগন্নাথ মহন্ত
২য় বাৰ্ষিক প্ৰাক্ স্নাতক
(বিজ্ঞান)

(১)

মোৰ হিয়াত গোলাপৰ ঠাৰিটোহে ডাল
পৰি আছে তাতে তেজৰঙা বুলবুলি এহাল।

—

KKH Library

(২)

গোলাপ বনত তুমি গোৱাঁলে গান
গোলাপৰ ঠাইটো বিছেলে যাক প্ৰাণ,
বিছিলে বিজক
সেয়ে ভাল সেয়ে ভাল
মোৰ বৰ ভাল লাগে চাই চাই
তোমাৰ চকুলো টোপাল।

—

(৩)

কলিজাৰ কপৌফুলপাহ
ফুলিছে ; কপৌহাতে
উকলি দিছে।

১৮ শাওন, ১৮৭৭ শক

—

## অনুভূতি দুটি

(১)

### আবেলি

আবেলিৰ বেলিটিয়ে
বিয়ে লাহে,
নাহৰি জাক
পথাৰৰ পৰা ঘৰলৈ
উভতি আহিছে ; পিৰিতৰ
খোজত
ধূলি উঠে পখুম পাহ।
মোৰ হৃদয়ৰ
গোপন কোণত
হাঁহুৰি ফুৰিছে
বিফল কপোতালী
এটি
বাজবাঁহ।
আবেলিৰ বেলিটিয়ে বিয়ে লাহে।—

—

## আত্ম জিজ্ঞাসা

(১)

বহু নিৰ্জান কৰিবলৈ খোজা
মোৰ হাড়ৰ মাজত
কোনে কান্দে কোনে কান্দে !
কাৰ মিঠা মধু উচুপনি
কলিজাৰ গভীৰ গোপনত
বাজে প্ৰতিধ্বনি !!

—

KKH Library

# কাৰাগাৰ

- চৈয়দা ৰাণী বেগম
প্ৰাক্ স্নাতক প্ৰথম বাৰ্ষিক
(কলা)

অৱৰুদ্ধ মনৰ ৰুদ্ধ কাৰাগাৰত
শুনো মৰ্মভেদী আৰ্তকোলাহল !!
মন বননিৰ মাজবাটত জ্বলিছে জুই।
তাপিত, অভিশপ্ত, জীৱনৰ ছন্দে ছন্দে
মনৰ কেম্পাৰ !
মৰণলৈ ভয় কৰি জীয়াই থাকিবা !
কিমান সময় ???
পাৰিবানে !
শিলাময় অন্তৰৰ শিলৰ ফাঁকে ফাঁকে
গজিছে শেলুৱৈ —
পাৰিবানে খোপনি পুতিব ?
ৰক্তহীন হৃদয়ত গজিলে পুলি।
মুক্ত আকাশ, মুক্ত বিহঙ্গৰ বিচৰণ
শুভ।
তলিজাৰ মাজমজিয়াত
কাৰাৰুদ্ধৰ করুণ বিননি

—

# সূচনা

- কুমাৰী মিনু নায়িক
প্ৰাক্ স্নাতক ১ম বাৰ্ষিক
( কলা )

বিপ্লৱ - বিপ্লৱ - বিপ্লৱ, -
এটা হৃদয় কঁপোৱা শব্দই ।
ভাৰত মেদিনী,
কঁপাই তুলিল ।

জনতাৰ হিয়াত নিৰাশা উপজিল,
ক্ষেমৰ ক্ষণ গণি সময় কটিল ।
কিন্তু হঠাতে —
বজ্ৰ হ'ল মিছা বিপ্লৱৰ
বিকট গৰ্জন ।
ধ্বংস হ'ল সুবিধাবাদী শোষকৰ,
শোষণ নীতিৰ মনোবল ।
বিচাৰৰ কাঠ গড়াত বন্দী হ'ল
দালাল, চোৰাং কাৰবাৰী দল ।
নিৰাশ জনতাৰ হিয়াত আশা বিৰিঙিল,
কৃষিশ্ৰমীয়া আঁচনিয়ে পাতনি মেলিল ;
অৰ্থনৈতিক আঁচনিৰ প্ৰথম উন্মোচন,
আৰ্থিক উন্নতিৰ চূড়ান্ত নিদৰ্শন ।
নিষ্ঠুৰ শোষণৰ ইতি পৰিব,
দৰিদ্ৰতা আৰু নাবালকিৰ ।
হব এই ভাৰত ভূমি
শান্তিৰ লীলা ভূমি ।

—

KKH Library

॥ প্ৰবন্ধ ॥

# ঃ বিহুগীতত প্ৰেমৰ পূজা ঃ

শ্ৰীপ্ৰফুল্লকুমাৰ বৰুৱা
দ্বিতীয় বাৰ্ষিক স্নাতক
(ক'লা)

KKH Library

বিহু অসমীয়াৰ হাতে হিমদ্ধৰে লগা এটা জাতীয় উৎসৱ। চ'ত বহাগৰ মন প্ৰাণ উতলোৱা বাসন্তী বায়ু লাগি ডেকা গাভৰুৰ গাত বিহু লাগে অৰ্থাৎ কামবানে দেহা জৰ্জৰিত কৰে, "গা নো কুটেকুটায়" "হাতে ভৰিনো টনেটনায়" গাৰ পোৰণিত তেং নেপাই এটাইবোৰে বিহু বুলি চেঁচালটি পাবিৰলৈ ধৰে। এনে কামোদ্দীপক গাৰ বিহু মাৰিবলৈকে, ৰবগছৰ তলত, বিৰিণাৰ খেঁৰত বিহু পাতি বিহুৱা ডেকা-গাভৰুবোৰে— জাত জাত নাম গায় এজনৰ মনৰ ভাৱ আন-জনৰ আগত ব্যক্ত কৰে।

বিহুগীতবোৰ মুকলি মনৰ মুকলি প্ৰকাশ। যৌৱনৰ নপানী পাই, জাহ পাঁহ মেলি উৎফুল্লিত হৈ উঠা ডেকা-গাভৰুৰ থৌকি বাথৌকি অন্তৰৰ প্ৰাণ উতলা কৰা অনুভূতিবোৰে আপোনমনৰ গোপন কথাবোৰ চেনেহৰ জনক আওপাকে কোৱাৰ মূলতেই বিহুগীতবোৰৰ জন্ম। বিহুগীতবোৰক যৌৱনৰ থিটো উন্মাদনা, থিটো কাবো-বাক আপোন কৰি লোৱাৰ হেঁপাহ তাৰেই কলৰৱ বুলি কব পৰা যায়। প্ৰকৃতিয়ে নব যৌৱন ৰূপত সাজি কাচি অহাৰ লগে লগেই অসমীয়া ডেকা-গাভৰুৰ মনবোৰক "কমোৱা তুলা উৰাৰ দৰে" উৰিফুৰিবলৈ ইন্ধন যোগায়। আৰু সেয়েহে "ধৰতো নৰহে মন পৰতো নৰহে মন" হৈ যায়। মনমৰলীয়া অন্তৰবোৰে প্ৰাণৰ কথাবোৰ 'চেনাই', 'চেনিমাই'হঁতৰ আগত বিহুগীতৰ জৰিয়তে প্ৰকাশ কৰে।

এই বিহুগীতবোৰ অসমীয়া ডেকা-গাভৰুৰ

ধাইকৈ প্ৰেমমূলক যৌৱনক গীত। দুকূল উপচি পৰা ডেকা গাভৰুৰ যৌৱনে নতুনৰ সন্ধান বিচাৰে, মুকলি বতাহত উৰি ফুৰিবলৈ হাবিলাস কৰে আৰু মনে বিচাৰে এখন বাস্তৱ কল্পনা কৰিবলৈ য'ত কেৱল মনৰ মানুহবোৰাহে আছে। এই কল্পনা বাস্তৱ মনবোৰ জীয়াই ৰখাৰ অনুপ্ৰেৰণা প্ৰথমতে ভগৱানেই শিকালে—

"প্ৰথমে ঈশ্বৰে সৃষ্টি সৰজিলে
তাৰ পিচত সৰজিলে জীৱ।
সেইজন ঈশ্বৰে পীৰিতি কৰিলে
আমিনো নকৰিম কিয় ?"

সেয়েহে আমাৰ দেহিৰাম পমিলাহঁতৰ মনবোৰ আবেগত উঠলি উঠে আৰু হিয়াতলিত খুপখাই থকা কথাবোৰে প্ৰকাশৰ বাট বিচাৰে, অনুভূতিবোৰে পাৰ ভাঙি যায়, কথাবোৰ গীত হৈ পৰে আৰু এইবোৰে প্ৰাণৰ গভীৰ কোণত কঁপনি তোলে। সেইকাৰণেই বিহুগীতবোৰ উৰণীয়া প্ৰেমৰ কল্পনাৰ প্ৰতিচ্ছবি। প্ৰেম সৰ্বজনীন আৰু সৰ্বকালৰ হলেও আমাৰ সমাজত প্ৰেম গুৰুত্ব বস্তু নহয়; বৰং প্ৰেম বুলিলেই ভাঁৰ যেখন বস্তু হিচাবে অনেকেই বেয়া চকুৰে চায় আৰু বহুতে তুচ্ছ তাচ্ছিল্যও কৰিব বিচাৰে। সেই কাৰণেই বক্তাক্ত প্ৰেমেৰে জৰ্জ্জৰিত প্ৰেমিক প্ৰেমিকাবোৰ সমাজত হাঁহিয়াতৰ পাত্ৰ হোৱাৰ ভয়ত ব্যক্তিগত প্ৰেম কাহিনী আনৰ আগত প্ৰকাশ কৰাৰ প্ৰয়াস নেপায়। সেইহেতু হিয়াভৰি উদিলাই মনৰ খবৰ দিবলৈ বিচৰা হিয়াবোৰে মনে বিচৰা মানুহবোৰক নেপাব লাগিলে "চীপ দি মৰি যাম গলত" বুলি দৃঢ় সংকল্প হৈছিল। সেইহেতু "প্ৰথমৰ পীৰিতি আজলি কাজলি" মনে—পেটত ভাতপানী নেলাগে লাহৰী সদায়ে তোমালৈ মন" বুলি হিয়াৰ গোপত কথাটো হয়তো কবলৈ নেপায় অকমান অকপট মনমেৰে চেনেহীৰ কাৰণে কোনোবা চেনাই কেনে বাউল তাৰ প্ৰমাণ গীতৰ সুৰতে পোৱা যায়—

"চাইনো চায় থাকিলে হাবিয়াস নপলায়
নেথাকেও গুচে ভোক।
দিনটোৰ ভিতৰত থাকিব নোৱাৰো
এবাৰ নেদেখিলে তোক॥

সেইকাৰণেই মনৰ 'ধনক' এৰি এখন্তেকো থাকিব নোৱাৰা 'চেনেহীৰ' জানো কিবা বস্তু পালে অকলে মোৰাত শান্তি হয় ? 'ধন'ৰ কাৰণে বিয়াকুল 'চেনেহীকে' জানো অকলে প্ৰেমৰ প্ৰতীক 'ধনক' এৰি তামোলখন খাব পাৰে ? সেয়েহে পথাৰ বিচাৰি চলাথ কৰা চেনেহীয়ে ক'বলৈ বাধ্য হৈছে—

"তামোলখন কাটি ফুলনি কৰিলো
ৰংপুৰ বজাৰৰ পান।
পথাৰে পথাৰে বিচাৰি ফুৰিলো
ক'তে নাই আজিনা ধান॥"

আকৌ বহাগ বিহুৰ গুচৰ চাপিলেই অসমীয়া জীয়াৰী বোৱাৰীবোৰে তাঁত লগোৱা কামত টাকুৰী ঘূৰাদি ঘূৰে। কাৰণ, তেওঁলোকে গামোচাৰে প্ৰেমিকক বিহুত পূজা দিব লাগিব অৰ্থাৎ মনৰ বাচিব লাগিব। বাৰীৰ পিচফালে জীয়াৰী বোৱাৰীৰ তাঁতশালৰ মাকোৰ

ফিটিফিটিনি গৰকাৰ ফিটিফিটিনিয়ে আকাশ মার্গ ৰজনজনাই তোলে। বুকুৰ আপোনজনৰ কাৰণে মৰমৰ চীপ দি চেনেহৰ বাৰীৰে বিহুৱান বৰলৈ আৰম্ভ কৰে। সেই বিহুৱানত সপোন ফুলে পাতনি মেলে। নহলেহে—

'এখনি বিহুৱান দিব নোৱাৰিলে
চেনাইয়ে পেলাব থু।'

মনবোৰে যে কিমান মুকলিমুৰীয়া হৈ উৰি ফুৰিবলৈ বিচাৰে। দিনৰ দিনটোহঁত বিহুৰ কাৰণে যা জোগাৰ আদিত ব্যস্ত থাকি প্রেমিকাক কৈছে—

"প্রেমৰ নাও এখনি লৰা ঐ লাহৰী
মড়ে নাৱৰীয়া হ'ম।
নাহেকৈ পাৰতৈ 'মাজুলী' চাপনিৰ
দুখৰ চাৰি কথা হ'ম।"

আকৌ এই বিহুগীতত প্রেমৰ একাজধাৰ বান্ধোন কটকটীয়া কৰিবলৈ অসমীয়া ডেকা-গাভৰুৰ দৃঢ় প্রতিজ্ঞ হোৱা দেখা যায়। এই প্রেমে শগা, ক'লা, ধনী, দুখীয়া আদি একো নামানে। সেই হেতু প্রেমিকাই প্রেমিকক নির্ভয় দি কৈছে—

বেইতালৈ নকৰিবি ভয়ে মোৰ চেনাই ঐ
বেইতালৈ নকৰিবি ভয়।
কটাৰ পো বেইটো ধনৰহে গৰাকী
চেনেহৰ গৰাকী মই॥

সেইদৰে মনৰ আঁহে আঁহে; শৰীৰৰ গাঁঠে গাঁঠে সাৰ পাই উঠা প্রাণটোৱে বিচাৰে কোনোবা আপোনজনক মনৰ কথাবোৰ হিয়াতলি উদি কৰি ক'বলৈ। সেয়েহে চ'ত মাহ সোমোৱাৰ লগে লগে গাত জ্বৰ নাইকিয়া হয়। ফুলপানী চিগাত ঢোলৰ মাত শুনাৰ লগে লগে যঁতৰকে থেকেচী ভাঙি যাব খোজে। আৰু "পেঁপাৰ মাত শুনি গৰকে নোৱাৰি হাতৰ বন সৰি পৰে" এইয়াই হৈছে অসমীয়াৰ আমনি নলগা বিহু। এই আমনি নলগা বিহু আছিল চিৰ জীৱনৰ বাবেহে লগৰী বচাৰ উপযুক্ত সময়। সেয়েহে ভাবুৰোৰক বিহুগীতৰ সহায়ত আদান প্রদান কৰি, জীৱন জোৰা লগৰী বচাত সহায়ি দিছিল 'চেনাই' 'চেনেহীক' আৰু 'চেনেহীয়ে' বুকুৰ 'ধনক' — এই দৰেই বিহুগীতত প্রেমৰ পূজা মূর্তিমান হৈ পৰিছে—

"তোমাৰে বাবেহে এচাৰি কাটিলো
গাঁঠি সৰু সৰু চাই।
বছৰৰ মাজতে তোমাক মই বাচিলো
কপাল থাপুচীয়া চাই॥"

কিন্তু ডেকালোকৰ এই জীৱন লগৰী নির্বাচনৰ বাটটো জানো সিমান সহজ? ডেকালোকৰ এই সোণৰ সংসাৰৰ বাটত হেঙাৰ স্বৰূপ মাক-দেউতাক। হয়তো ডেকালোকৰ এই প্রণয়ক মাক দেউতাকে প্রশ্রয় নিদিব। কিন্তু ডেকালোকে আগতেই তাৰ প্রতিকাৰৰ উপায় চিন্তা কৰি থয়। জীৱনত বিচ্ছেদ হৈ যোৱাৰ ভয়ত 'ধনে' পৰিয়ালৰ আগত, সমাজৰ চকুত জগৰীয়া হোৱাৰ আগতেই সকিয়াই দিয়ে—

"আহিলা কলনে পাত নেকাটিবা
চিটিকি পৰিব এঠা।

KKH Library

লোকক দেখুৱাই কেটেৰাই মাতিব
ভিতৰি দেৰিবা বেগা ॥"

আকৌ চেনেহীয়ে প্ৰত্যুত্তৰত কয়—

"দিখৌ নৈৰ দলঙত মুৰ আঁচুৰিলো
হাতত হাতী দাঁতৰ ফনি।
অকলে পালে ঔ ঘিৰোলা বুলিবা
লগত পালে বুলিবা ভনী ॥"

এইদৰে মৰমে আকৌ গৈ লাই পাইগৈ। তাৰ লগে লগে অভিমান বাঢ়ি গৈ থাকে—

"আলিবাটে বাটে গলা অ' মৰমী
আলিবাটে বাটে গ'লা।
হেঁ'বা হেঁ'বা বুলি মাতো চিনিলেহি
দেখিও নেদেখা হ'লা।"

মৰম আকলুৱা প্ৰেমিক প্ৰেমিকাক যে কিমান বুজনি দিছে—কিমান যে সময়াৰ কাৰোবৰ মাজি নতুন সংসাৰৰ সপোনৰ বিষয়ে শুনিয়াই দিছে…। হয়তো প্ৰেমিকাই কিজানিবা ভৱিষ্যতে কোনো কষ্ট পোৱাৰ ভয়ত প্ৰেমিকক প্ৰত্যাখ্যান কৰে, তাকে আশংকা কৰি প্ৰেমিকে কৈছে—

"নিজে খানে খনা নিজে পানী অনা
নিজে বনে কৰি খোৱা।
তাতোকৈ মৰমৰ আছেনে মৰমী
মৰমৰ মাতেৰে কোৱা ॥"

তথাপি হয়তো প্ৰেমিকাক পতিয়ন যোৱাব নোৱাৰি প্ৰেমিকে অভিমানৰ সুৰত কৈ উঠিছে—

"পৰ্বতে পৰ্বতে বগাব পাৰো মই
লতা বগাবলৈ টান।
জুনিয়া হাতীকো বলাব পাৰো মই
তোমাক বলাবলৈ টান ॥"

এইদৰে বিহুগীতত প্ৰেমিক প্ৰেমিকাই প্ৰেমৰ পূজাৰ সমাবেশ ঘটায়। কিন্তু বিহুগীতবোৰ যে অকল চেনাই চেনেহীৰ খবৰেই ভৰপুৰ তেনে নহয়। ইয়াত সেই সময়ৰ সমাজখনৰ প্ৰতিচ্ছবিও আছে। সেই সময়ত অসমীয়া সমাজত থকা ৰীতি নীতি আচাৰ ব্যৱহাৰ ইত্যাদিৰ সুন্দৰ চিত্ৰ পোৱা যায়। যদিও আগৰ সমাজখন মুকলি মুৰীয়া আছিল, তথাপি ডেকা গাভৰুৰ মনবোৰ সিমান মুকলি আছিল। সেইবোৰ সিমানে মুকলিকৈ পাৰ পৰা নাছিল। সমাজক পিচপেলাই ৰবকৈ তেওঁলোকে আগবাঢ়িব নোৱাৰিছিল। সেইহেতু—

"বিহুমাৰি থাকোঁতে পলুৱাই নিনিবা
ভৱিষ লাগিব ধন' বুলি কৈছে।

সমাজক পাছ পেলাই আগবাঢ়িব নোৱাৰি কোনোৱে হয়তো কৈ উঠিছিল—

"তিতাকৈ কেৰেলা লহঙে পহঙে
মিঠাকৈ নহলি কিয় ?
তই যে মৰমী লহঙে পহঙে
একে কুলৰ নহলি কিয় ?"

এইদৰেই বিহুগীতত অসমীয়া ডেকাগাভৰুৱে প্ৰেমৰ পূজা পাতে। এই প্ৰেমৰ পূজাত কোনো শৃঙ্খলতা নাই। ইয়াৰ দ্বাৰাই তেওঁলোকে একনৰ মনৰ ভাব আনজনৰ আগত ব্যক্ত কৰিবলৈ সুবিধা পাইছে—। 'প্ৰাণৰ কামত কলিৰ আগত প্ৰেমৰ সদায় জয়' বোলা কথাকেঁকিয়েই যেন ই এক—পৰিষ্কাৰ ব্যাখ্যা।

KKH Library




—উমেশ চন্দ্ৰ দত্ত
প্ৰথম বাৰ্ষিক
স্নাতক, বাণিজ্য।

# বিশ্ব কাপ ফুটবল আৰু ইয়াৰ জন্ম ইতিহাস

বিশ্ব কাপ ফুটবলৰ বিষয়ে আলোচনা কৰাৰ আগতে ফুটবলৰ জন্ম বৃত্তান্ত সম্পৰ্কে অলপ তৰ্ক বিতৰ্কমূলক যুক্তি দাঙি ধৰা আৱশ্যক। ফুটবলৰ জন্ম সম্পৰ্কে বহু বিতৰ্কমূলক কাহিনী আছে। কিন্তু বিভিন্ন দেশৰ পণ্ডিত সকলৰ মতে ইংলণ্ডতে ফুটবলৰ বীজ ৰোপিত হয়। আজি ফুটবল খেল বুলিলে আমি যিটো বুজো সেইটো ইংলণ্ডতে সাধাৰণ আবিষ্কাৰৰ পৰা ক্ৰমাগত হৈ আজিৰ পৰিবৰ্দ্ধিত ৰূপ পাইছেহি। এইখিনিতে অতি পুৰণি কালত পৃথিৱীৰ বিভিন্ন দেশে ফুটবলক বিভিন্ন নামাকৰণে আখ্যা দিয়াৰ প্ৰমাণ পাওঁ। জাৰ্মানবোৰে কয় FUSSBALL, ব্ৰাজিলে কয় FUTEBOL, ফ্ৰেঞ্চবোৰে কয় FOOTBALL-OUA ডাচ্‌বোৰে VOETBAL, কষ্টোৱান বোৰে FOTBOLOM, আৰু বৃটিছবোৰে FOOTBALL আৰু আমি ভাৰতীয়বোৰে ফুটবল বুলিয়েই কওঁ। অৰ্থটোও বৰ প্ৰতীকী। অথচ বহুদেশৰ প্ৰাচীন ইতিহাসত ফুটবল জাতীয় খেলৰ উদাহৰণ নথকা নহয়। চীনৰ হান্ ৰাজবংশৰ (খ্ৰীষ্ট জন্মৰ আগৰ ২০৬ৰ পৰা খ্ৰীষ্টৰ মৃত্যুৰ পাছৰ ২৫ লৈ) ইতিহাসত এবিধ খেলৰ নাম পোৱা যায়। নাম হ'ল চু চু (Tsu chu) 'চু' মানে ভৰিৰে লথিওৱা আৰু 'চু' মানে চামৰাৰ বল। সম্ৰাটৰ জন্মদিনত সাধাৰণতে দুটি নিৰ্ব্বাচিত দলৰ মাজত এই খেল হৈছিল। জাপানত এনে এবিধ খেল আছিল যাৰ নাম আছিল কেমাৰি। গ্ৰীচত এনে ধৰণৰ খেলৰ নাম আছিল Episkyros. তেনে দৰেই বিভিন্ন দেশত বিভিন্ন নামত বিভিন্ন ৰূপত এই খেল খেলা হৈছিল। কিন্তু আগতে কোৱাৰ দৰে ইংলণ্ডতে ই সম্পূৰ্ণ পৰিবৰ্দ্ধিত পৰিমাৰ্জিত আৰু সুসংস্কৃত হৈ উঠে।

প্ৰথম বাৰৰ বাবে ফুটবলৰ ক্ষেত্ৰত নীতি নিয়মৰ প্ৰৱৰ্ত্তন কৰা হয় ইংলণ্ডত ১৮৪৬ চনত। এই নিয়মসমূহ কেম্ব্ৰিজ বিশ্ববিদ্যালয়তে প্ৰথম প্ৰৱৰ্ত্তন কৰা হয়। লাহে লাহে ১৯৬৩ ৰ পৰা ১৮৭০ লৈ ইংলণ্ডৰ বিশেষকৈ লণ্ডনত গঢ়ি উঠা বিভিন্ন ফুটবল ক্লাবৰ বাবে নিৰ্দ্ধাৰিত নিয়মৰ উপৰিও এটি ফুটবল এচোছিয়েশ্যনৰ প্ৰয়োজনো উপলব্ধি কৰা হয়। এচোছিয়েশ্যন গঢ়ি উঠাৰ পাছত ১৮৭১ চনত এফ্‌ এ কাপ প্ৰতিযোগীতা

KKH Library

আৰম্ভ কৰা হয় । লাহে লাহে এই খেলৰ আদৰ বাঢ়ে । প্ৰথম আন্তৰ্জাতিক খেলৰ আয়োজনো কৰা হয় ইংলণ্ড আৰু স্কটলেণ্ডৰ মাজত । ১৮৭৩ চনত স্কটিছ ফুটবল এচোছিয়েশ্যনো গঠিত হয় । স্কটলেণ্ডতে প্ৰথম প্ৰফেশ্যনেল খেলুৱৈৰ নিয়ম প্ৰবৰ্ত্তিত হয় । তিনি বছৰৰ পাচত ফুটবল লীগ খেলৰ আৰম্ভ কৰা হয় । লাহে লাহে এনেদৰেই এই খেলক মাৰ্জ্জিত কৰি তোলা হয় ।

যেনে :- ১৮৬৭ চনত প্ৰথম অফছাইডৰ নিয়ম উলিওৱা হয় । ১৮৭৩ চনত কৰ্ণাৰ কিক্ প্ৰয়োগ কৰা হয় । ৰেফাৰী খেল পৰিচালনাত প্ৰথম নিয়োগ কৰা হয় ১৮৮১ চনতে । ১৮৯০ চনত পেনাল্টী সীমা নিৰ্দ্ধাৰণ কৰা হয় আৰু পেনাল্টী কিকৰ প্ৰবৰ্ত্তন কৰা হয় । এনে দৰেই ফুটবল খেলৰ অগ্ৰগতি হৈ গৈ থাকে ।

বৃটিছ ছাত্ৰ, নাবিক, ব্যৱসায়ীয়ে ক্ৰমাগত এই খেল বাহিৰলৈ লৈ যায় । যায়গৈ স্পেইন, বেলজিয়াম, চুইজাৰলেণ্ড, ফ্ৰান্স আৰু ইউৰোপৰ বাকী ঠাইলৈ । যায়গৈ চিলিলৈ, মেক্সিকোলৈ । আমাৰ দেশলৈও এই খেলৰ ঢৌ আহে বৃটিছ সকলৰ আগমনৰ লগে লগে ।

তেতিয়ালৈকে তেনে কোনো আন্তৰ্জাতিক সংস্থা নাছিল । এজন ডাচ্ বেঙ্কাৰে প্ৰথমে এনে এটা খেলৰ বাবে এটা আন্তৰ্জাতিক সংস্থাৰ প্ৰয়োজনীয়তাৰ কথা চিন্তা কৰে । তেওঁৰ নাম হ্ৰীচমান । ইতিমধ্যে এই সংস্থাৰ বিষয়ে পেৰিচত এখন সভা বহে ১৯০৪ চনত । উপস্থিত আছিল বেলজিয়াম, ডেনমাৰ্ক, ছুইডেন, ফ্ৰান্স, চুইজাৰলেণ্ড, স্পেইন আৰু নদাৰলেণ্ডৰ প্ৰতিনিধি । প্ৰস্তাৱ লোৱা হয় যে ফুটবলৰ এটা আন্তৰ্জাতিক সংস্থা খোলা হয় । প্ৰথমে অন্তৰ্ভূক্তি হয় বেলজিয়াম, জাৰ্মেনী, নদাৰলেণ্ড আৰু চুইজাৰলেণ্ডে । ১৯০৫ চনত ইটালী, হাঙ্গেৰী আৰু অষ্ট্ৰীয়াই যোগ দিয়ে । ১৯১২ চনত আৰ্জেণ্টিনাই । ১৯১৩ চনত আমেৰিকাই । শেষত বৃটিছ এচোছিয়েশ্যনেও যোগ দিয়ে । আৰু এই সংস্থাৰ নামেই হয় "দি ফেডাৰেশ্যন অৱ ইণ্টাৰনেশ্যনেল ফুটবল এচোছিয়েশ্যন ।

আন্তৰ্জাতিক এই সংস্থাৰ সংগঠনৰ পাছতেই তেওঁলোকৰ প্ৰয়োজন হৈ পৰে এনে এটি প্ৰতীকাৰ যাৰ দ্বাৰা তেওঁলোকৰ অস্তিত্ব জীয়াই ৰাখিবলৈ সমৰ্থ হয় । এই এচোছিয়েশ্যনৰ প্ৰথম সভাপতি হয় হ্ৰীচমেনেই । তেওঁ এই সন্দৰ্ভত দুই এটা চেষ্টা চলালেও সফল নহ'ল । এনেতে, ১৯১৯ চনত এই সংস্থাৰ প্ৰেচিডেণ্ট হয় জুলে-ৰিমে নামৰ এজন ফৰাচি লোক । জুলে ৰিমেই এই আঁচনি কৰে 'বিশ্বকাপ' প্ৰতিযোগীতাৰ ।

দুৰ্ভাগ্যবশতঃ প্ৰথম মহাযুদ্ধৰ বিভীষিকাৰ বাবে জুলে ৰিমেৰ সুন্দৰ আঁচনি ফলৱতী নহ'ল । ইতিমধ্যে এই প্ৰতিযোগীতাৰ আঁচনি, জুলে ৰিমেক সজাগৰ সহাৰি দিছিল উৰুগুৱেৰ চৰকাৰ আৰু চৰকাৰী সদস্য এনৰিকো চুৰুখ'ই ।

জুৰিখত এই প্ৰতিযোগীতাৰ এখন সভা ১৯২৮ চনত হয় আৰু এই সভাই স্থিৰ কৰে যে ১৯৩০ চনৰ পৰা প্ৰতি চাৰি বছৰৰ মূৰে মূৰে এই প্ৰতিযোগীতা পতা হয় আৰু এই প্ৰতিযোগীতাক কোৱা হয় 'বিশ্ব কাপ' প্ৰতিযোগীতা এই দৰেই প্ৰথম বিশ্বকাপৰ খেল খন অনুষ্ঠিত হয় ১৯৩০ চনত উৰুগুৱেত । চাৰিটা গ্ৰুপত খেলা এই প্ৰথম প্ৰতিযোগীতাত দল আছিল তেৰটা । ফাইনেলত উৰুগুৱেই আৰ্জেণ্টিনাক ৪-২ গলত

KKH Library

পৰাজিত কৰি প্ৰথম বিশ্বকাপ জয় কৰে। তাৰ পাচত এই প্ৰতিযোগীতা প্ৰতি চাৰি বছৰৰ মূৰে মূৰে বিভিন্ন দেশত অনুষ্ঠিত হৈ গৈছে।

১৯৭৪ চনত হৈ যোৱা বিশ্ব কাপ প্ৰতিযোগীতাই বিশ্বৰ মানুহৰ মনত এটা আচৰিত বিস্ময় সৃষ্টি কৰিলে। ইয়াৰ আগতে এই প্ৰতিযোগীতা হৈছিল মেক্সিকোত। এই প্ৰতিযোগীতাৰ এটা নিয়ম আছিল যে যিটো দলে এই প্ৰতিযোগীতাত তিনিবাৰ জয়ী হব সেই দলেই এই কাপ চিৰদিনৰ কাৰণে লাভ কৰিব। মেক্সিকোত হোৱা এই প্ৰতিযোগীতাত ব্ৰাজিলে তিনিবাৰ বিজয়ী হোৱাৰ হেতুকে এই দলে বিশ্বকাপ চিৰদিনৰ কাৰণে লাভ কৰে। গতিকে ১৯৭৪ চনত পশ্চিম জাৰ্মেনীত অনুষ্ঠিত হোৱা বিশ্বকাপ ফুটবল প্ৰতিযোগীতাত আগৰ জুলে ৰিমে ট্ৰফীটো এইবাৰ নেপাকিল। তাৰ সলনি এইবাৰ থাকিল জুলেৰিমেৰ দৰেই অন্য এটা ট্ৰফী, যাৰ নাম থোৱা হৈছে 'ফিফা' ট্ৰফী। 'ফিফা' ফুটবলৰ আন্তৰ্জাতিক সংস্থা যাৰ নাম "দি ফেডাৰেশ্যন অৱ ইন্টাৰনেশ্যনেল ফুটবল এচোছিয়েশান" (Federation of International Football Association) আগৰ ইংৰাজী আখৰ কেইটাৰ চমু সংস্কৰণ। ইমান দিনে প্ৰচলিত জুলে ৰিমে ট্ৰফীটোৰ দৰেই ফিফা ট্ৰফীও আগৰ পৰা গুৰিলৈ ওঠৰ কেৰেট সোণেৰে গঢ়া। দীঘলে ছয়ত্ৰিশ চেন্টিমিটাৰ। মূল্য কুৰি হাজাৰ মাকিন ডলাৰ।

KKH Library

১৯৩০ চনৰ পৰা ১৯৭৪ চনলৈকে বিভিন্ন দেশত অনুষ্ঠিত হোৱা এই প্ৰতিযোগীতাৰ বছৰ স্থান, বিজয়ী, আৰু ৰাণাৰ্ছ আপ পোৱা দেশসমূহৰ নাম চমুকৈ তলত উল্লেখ কৰা হ'ল।

| বছৰ | স্থান | বিজয়ী | ৰাণাৰ্ছ আপ |
|---|---|---|---|
| ১৯৩০ চনত | উৰুগুৱে | উৰুগুৱে | আৰ্জেণ্টিনা, |
| ১৯৩৪ ,, | ইটালী | ইটালী | চেকোশ্লোভাকিয়া |
| ১৯৩৮ ,, | ফ্ৰান্স | ইটালী | হাঙ্গেৰী |
| ১৯৫০ ,, | ব্ৰাজিল | উৰুগুৱে | ব্ৰাজিল |
| ১৯৫৪ ,, | চুইজাৰলেণ্ড | জাৰ্মানী | হাঙ্গেৰী |
| ১৯৫৮ ,, | চুইডেন | ব্ৰাজিল | চুইডেন |
| ১৯৬২ ,, | চিলি | ব্ৰাজিল | চেকোশ্লোভাকিয়া |
| ১৯৬৬ ,, | লণ্ডন | ইংলেণ্ড | জাৰ্মানী |

| বছৰ | স্থান | বিজয়ী | ৰানাৰ্চআপ |
|---|---|---|---|
| ১৯৭০ ,, | মেক্সিকো | ব্ৰাজিল | ইটালী |
| ১৯৭৪ ,, | পশ্চিম জাৰ্মেনী | পশ্চিম জাৰ্মেনী | হলেণ্ড |

(১৯৪২ আৰু ১৯৪৬ চনত দ্বিতীয় মহাযুদ্ধৰ বাবে এই প্ৰতিযোগীতা অনুষ্ঠিত হোৱা নাছিল )

এইদৰেই বিশ্বকাপ সলনি হৈছে নতুন মানুহৰ নতুন হাতকৰনাত। এই প্ৰতিযোগীতা পতাৰ মুখ্য উদ্দেশ্য হ'ল বিশ্বত শান্তি স্থাপন কৰা। এনে ধৰণৰ কিছুমান আন্তৰ্জাতিক সংস্থাৰ জৰিয়তেহে বিশ্বত শান্তিৰ নিশ্চয়তা যোগাই দিব পাৰিব। ই আমাৰ আশা আমাৰ প্ৰবল ভৰসা। এইয়ে বিশ্বকাপ ফুটবল আৰু ইয়াৰ জন্ম ইতিহাসৰ কথা।''



[ বিঃ দ্ৰঃ এই ৰচনা খনি বিভিন্ন কাকত, আলোচনী, কিতাপ আদিৰ পৰা সংগ্ৰহ কৰা হৈছে ]

KKH Library

# আকাশৰ কথা

—প্ৰবীন কুমাৰ গগৈ
প্ৰাক্ স্নাতক—১ম বাৰ্ষিক
বিজ্ঞান

'দাদা, দাদা, আজি দেওবাৰ; সাধু কথা কব লাগিব' এই বুলি কলুল আৰু বুবুল চিঞৰি চিঞৰি মোৰ পঢ়া কোঠা পালেহি। 'বাৰু, বাৰু, মই তোমালোকক নিশ্চয় সাধু কথা ক'ম। কিন্তু এতিয়া যে ৰাতিপুৱা, ৰাতিপুৱা পঢ়া-শুনাহে কৰিব লাগে। এতিয়া তোমালোকে পঢ়া শুনা কৰাগৈ। গধূলি সময়ত আহিবা, খুউব সুন্দৰ সাধুকথা ক'ম।' 'বাৰু দাদা আমি এতিয়া পঢ়িবলৈ যাওঁ। গধূলি হলে সাধু শুনিবলৈ আহিম'। এই বুলি কৈ সিহঁত গুচি গ'ল।

গধূলি। মোৰ কোঠাটোৰ কোঠালত ইতিমধ্যে সাধু শুনিবলৈ কলুল আৰু বুবুল বৈ আছেহি; লগত আৰু কিছুমান বন্ধু। আটাইবোৰ বেঞ্চত বহি মোলৈ বাট চাই আছে—যেন সভাৰ কাম সকলো ঠিক মাথোঁ সভাপতিহে অহা নাই। সভাপতিৰ দৰেই আহি মই মোৰ বাবে নিৰ্দিষ্ট কৰি থোৱা চকী খনত বহি সিহঁতৰ ওপৰত চকু ফুৰালো — সকলো সাধু শুনিবলৈ উদগ্ৰীৱ।

মই আজি তোমালোকক সঁচা সাধু ক'ম। তোমালোকে ৰাতি হলে আকাশত জোন, তৰা হাতীপটি ইত্যাদি দেখা নহয়নে? দিনত ইহঁত লুকাই থাকে আৰু সূৰ্য্যাস্তৰ লগে লগেই নীলাভ আকাশত ভুমুকি মাৰি তোমালোকৰ সৈতে মিতালি পাতে। আজি এই তৰাবোৰৰ সাধু কলে তোমালোকে বেয়া পাবা নেকি? সকলোৱে চিঞৰি কলে 'নেপাওঁ দাদা' বাৰু মই তেন্তে আজি তোমালোকক আকাশৰ কথা, তৰাৰ কথা আমি কওঁ।

আকাশত কিমান তৰা আছে কোনোবাই কব পাৰিবানে? আকাশত যে কিমান তৰা

আছে তাৰ হিচাপ কৰিব নোৱাৰি। তথাপিও বৈজ্ঞানিক সকলে তৰাৰ কথা গবেষণা কৰি নানা সম্বেদ পাইছে। আকাশত বহু কোটি কোটি তৰা আছে। কিন্তু তাৰে ছহেজাৰমান তৰাহে খালি চকুৰে দেখা যায়। তাৰে আকৌ আধা অংশ অৰ্থাৎ তিনি হাজাৰমান পৃথিবীৰ ইটো আশত পৰে। বাকী তিনি হাজাৰৰ প্ৰায় এহেজাৰ দিগন্ত বা দিগবলয় সংলগ্ন থকা বাবে দৃষ্টি গোচৰ নহয়। গতিকে আমি আকাশত দুহেজাৰ মান তৰাহে দেখিবলৈ পাওঁ। ইটালি দেশৰ বিশ্ববিখ্যাত বৈজ্ঞানিক গেলিলিঅ গেলিলিয়ে ১৬০৯-১০ চনত দূৰবীক্ষণ যন্ত্ৰ সাজি উলিয়ালে। তেতিয়াৰ পৰাই এই দূৰবীক্ষণ যন্ত্ৰৰ সহায়ত জ্যোতি বিজ্ঞানৰ বহুতো উন্নতি হয়। নানান তৰাৰ কথা জানিব পাৰিলে এই দূৰবীক্ষণ যন্ত্ৰৰ সহায়ত। আজি কালি অকৌ পৃথিবীৰ বিভিন্ন দেশত বীক্ষণাগাৰ বা অবজাৰ্ভেটৰী আছে। তাত নানা ধৰণৰ ডাঙৰ ডাঙৰ দূৰবীক্ষণ যন্ত্ৰ আছে। আমেৰিকাৰ কালিফ'ৰ্নিয়াৰ মাউণ্ট উইলছন মানমন্দিৰৰ ২৫৪ চেঃ মি বা ১০০ ইঞ্চিয়া দূৰবীন আৰু কালিফোৰ্নিয়াৰেই পালোমা পাহাৰৰ ২০০ ইঞ্চিয়া (প্ৰায় ৫০০ চেঃ মি) ব্যাসৰ দূৰবীণ ইত্যাদিয়েই উন্নত আৰু শক্তিশালী দূৰবীক্ষণ। এই দূৰবীণৰ উপৰিও ৰেডাৰ দূৰবীক্ষণ বা ৰেডিঅ' টেলিস্কোপ, বিকিৰণ গ্ৰাহী দূৰবীক্ষণ ইত্যাদি শক্তিশালী দূৰবীক্ষণ যন্ত্ৰ ব্যৱহাৰ কৰিছে। এই দূৰবীক্ষণ যন্ত্ৰৰ সহায়ত বহুজ্যোতিষ্কলৈকে চাব পাৰি।

'জ্যোতিবৰ্ষনো কি দাদা'—মিঠুৱে সুধিলে। 'শুনা' মই ক'বলৈ ধৰিলোঁ। জ্যোতিবৰ্ষ হ'ল দূৰত্বৰ একক। আমি সৰু বস্তুৰ দৈৰ্ঘ্য জুখিবলৈ চেণ্টিমিটাৰ, ইঞ্চি বা মিটাৰ ফুট আদি আৰু বেছি দৈৰ্ঘ্য জুখিবলৈ মাইল বা কিলোমিটাৰ ব্যৱহাৰ কৰো মাইল বা কিলোমিটাৰক একক হিচাবে ধৰি আমি এখন ঠাইৰ পৰা আন এখন ঠাইৰ দূৰত্ব নিৰ্ণয় কৰো। কিন্তু এই তৰা বিলাক ইমান দূৰৈত আছে যে কিলোমিটাৰ অথবা মাইলেৰে জুখিব লগীয়া হলে বহুতো ডাঙৰ ডাঙৰ সংখ্যা ব্যৱহাৰ কৰিব লাগিব। গতিকে এটা তৰাৰ পৰা অন্য এটা তৰালৈ নাইবা আমাৰ পৃথিবীৰ পৰা অন্য কোনো তৰালৈ দৈৰ্ঘ্য জুখিবলৈ মাইল বা কিঃ মিঃতকৈ ডাঙৰ এককৰ প্ৰয়োজন। এই এককেই হ'ল জ্যোতিবৰ্ষ বা আলোকবৰ্ষ বা পোহৰ বছৰ। ইংৰাজীত কোৱা হয় 'লাইট ইয়েৰ' (Light Year)

কথাটো অলপ বিতং ভাবে কওঁ। সহজে বুজিবলৈ কিছু টান পাবা। যিকোনো বস্তুৱে এঠাইৰ পৰা আন ঠাইলৈ যাবলৈ সময় লাগে। সেইদৰে পোহৰবো এঠাইৰ পৰা অন্যঠাইলৈ যাওঁতে সময় লাগে। শুনি আচৰিত হৈছা নহয়; পোহৰবো ক'বলাত সময় লাগেনে? কিন্তু পোহৰবো এঠাইৰ পৰা অন্য ঠাইলৈ যাবলৈ সময় লাগে। পোহৰৰ গতিবেগ ইমানেই তীব্ৰ যে ধৰিবই নোৱাৰি। পোহৰৰ গতিবেগ হ'ল প্ৰতি চেকেণ্ডত ৩,০০,০০০ কি.মি. বা ১,৮৬,০০০ মাইল। গতিকে পোহৰে এবছৰত অতিক্ৰম কৰিব ৩,০০,০০০ × ৬০ × ৬০ × ২৪ × ৩৬৫'২৫ কি. মি. বা ১,৮৬,০০০ × ৬০ × ৬০ × ২৪ × × ৩৬৫'২৫ মাইল। মোটা-মুটিকৈ পোহৰে এবছৰত ৯,৪৬৭, ০০০,০০০,০০০ কি.মি অৰ্থাৎ ৯'৪৭ × $১০^{১২}$ কি.মি.

KKH Library

বা ৫৮৭০, ০০০, ০০০, ০০০ মাইল অৰ্থাৎ $৫৮৭ \times ১০^{১০}$ মাইল যায়। এই বিশাল দূৰত্বকে একজ্যোতি বৰ্ষ বোলে। গতিকে পোহৰ বছৰ মানে হ'ল এবছৰত পোহৰে অতিক্ৰম কৰিব পৰা দূৰত্ব। তৰাৰ দূৰত্ব প্ৰকাশৰ বাবে আলোকবৰ্ষক একক হিচাপে ব্যৱহাৰ কৰা হয়।

আঁকাশত কোটি কোটি তৰা দেখিছা। তেনে কোটি কোটি তৰা গোট খাই আমাৰ তাৰকা ৰাজ্য বা তৰাৰাজ্য (Galaxy)ৰ সৃষ্টি হৈছে। আমাৰ হাতীপটি বা ছায়াপথ (The Milky Way) টোও এখন তাৰকাৰাজ্য। হাতীপটি দেখিছা নহয়। আহাৰ-শাওণ মাহৰ ফৰকাল ৰাতি আকাশৰ ইমূৰৰ পৰা সিমূৰলৈকে জুৰি উত্তৰা-দক্ষিণাকৈ ক্ষীণ পোহৰৰ এছটা বগা মেঘৰ বাট এটা দেখা যায়। তাকে হাতীপটি বোলে। বগা মেঘৰ দৰে দেখা এই বাটটো আন একো নহয়। ই অসংখ্য তৰাৰ সমষ্টি মাথোন।

আমাৰ তাৰকাৰাজ্যখনৰ নাম হাতীপটি বা ছায়াপথ এই তাৰকাৰাজ্যখনত ২০০,০০০,০০০,০০০ (বিশ হেজাৰ কোটি) তৰা আছে। এই তাৰকাৰাজ্যৰ মাজ ভাগ ১০,০০০ পোহৰ বছৰ ডাঠ। ইয়াৰ ব্যাস প্ৰায় ১০০,০০০ পোহৰ বছৰ। আমাৰ সৌৰজগত খন তাৰকাৰাজ্যৰ কেন্দ্ৰৰ পৰা ৩০,০০০ পোহৰ বছৰ দূৰৈত আছে। আৰু সৌৰজগত থকা অংশত হাতীপটিটো ৩,০০০ পোহৰ বছৰ ডাঠ। আমাৰ হাতীপটিটোতেই ইমান তৰা আছে। কিন্তু আমাৰ নিচিনা হাতীপটি আৰু বহু লাখো আছে। গতিকে ভাবি চোৱাচোন— আকাশত কিমান তৰা আছে। ইমান বোৰ তৰাৰ মাজত সূৰ্যও এটা সাধাৰণ তৰা। হাতীপটিখনক এখন ফুটবল খেল পথাৰৰ সমান বুলি ভাবিলে আমাৰ এই সৌৰজগতখন তাত মাথোন চিঞাহিৰ ফুট এটাৰ মান ডাঙৰকৈ বহুৱাব পাৰিব।

এই সুবিশাল বিশ্বব্ৰহ্মাণ্ডত আমাৰ হাতীপটিয়েই কেৱল তথাও নেকি? হাতীপটিৰ বাহিৰত আৰু কিবা আছেনে? এই প্ৰশ্নই সকলো মানুহ আৰু বৈজ্ঞানিকৰ মনত কৌতুহলৰ সৃষ্টি কৰিছিল।

১৯২০ চন মানলৈকে আমাৰ হাতীপটিৰ বাহিৰৰ আৰু দুখন চুবুৰীয়াৰ কথাহে মানুহে জানিছিল। সেই চুবুৰীয়া দুখন আছিল (১) বৃহৎ মেগালনীয় ডাৱৰ আৰু (২) ক্ষুদ্ৰ মেগালনীয় ডাৱৰ।

বহুবছৰৰ আগৰে পৰাই জ্যোতিৰ্বিদসকলে কিছু ঠাইৰ পৰা পোহৰৰ অস্পষ্ট টুকুৰা লক্ষ্য কৰিছিল। এইবোৰক নীহাৰিকা বা নেবুলা (Nebula) বুলিছিল। 'নেবুলা' শব্দটো গ্ৰীক ভাষাৰ; ইয়াৰ অৰ্থ হ'ল ডাৱৰ, এনে অনেক নীহাৰিকা লক্ষ্য কৰি ফ্ৰান্সৰ জ্যোতিৰ্বৈজ্ঞানিক মেছিয়াৰে $M_1$ $M_2$ ইত্যাদিকৈ নাম দি চিনাক্ত কৰিছিল। শক্তিশালী দূৰবীক্ষণৰ সহায়ত $M_{31}$ বা এনড্ৰ'মিডা নীহাৰিকাটো চাই দেখা গ'ল যে ই আচলতে আমাৰ দৰে এখন হাতীপটিহে। তাত অশেষ তৰা আছে। এনড্ৰ'মিডা (Andromeda) তাৰকাৰাজ্যখন আমাৰ তাৰকাৰাজ্যৰ পৰা দুই নিযুত আলোকবৰ্ষৰ দূৰৈত অৱস্থিত।

অকল এণ্ড্ৰ'মিডাই আমাৰ চুবুৰীয়া নহয়, আমাৰ হাতীপটিৰ চাৰিওফালে আনেক তাৰকা ৰাজ্য আছে— সেইবোৰৰ দূৰত্ব আৰু বহু বেছি। অনেক তৰাই মিলি তাৰকাৰাজ্যত গোট খাই আছে, সেইদৰে লাখ লাখ তাৰকা ৰাজ্যও আকৌ

মহাশূন্যত এক গোট হৈ থাকে সেইবোৰক "মহা তাৰকা ৰাজ্য" বোলে। এনে এখন 'মহা তাৰকা ৰাজ্যৰ নাম 'কমাপুঞ্জ' (Coma cluster)। এই মহা তাৰকাৰাজ্যখনত প্ৰায় ১১,০০০ খন তাৰকা ৰাজ্য আছে। এই তাৰকাৰাজ্যবোৰ এখনৰ পৰা আনখনৰ দূৰত্ব নিযুত নিযুত পোহৰ বছৰ।

কমাপুঞ্জৰ দৰে হাজাৰ হাজাৰ পুঞ্জ বা মহা-তাৰকাৰাজ্য লগ লাগি এখোখন 'মহাতাৰকা ৰাজ্য'ও গঠন কৰিব পাৰে। ই কোনো আচৰিত কথা নহয়।

প্ৰত্যেক গ্ৰহেই যেনেদৰে নিজ নিজ মেৰু-দণ্ডক আশ্ৰয় কৰি এটা নিৰ্দিষ্ট সময়ত এপাক ঘূৰে, সেইদৰে হাতীপটিটোৱেও নিজমেৰুদণ্ডত এপাক ঘূৰে। নিজ মেৰু দণ্ডক আশ্ৰয় কৰি এপাক ঘূৰিবলৈ হাতীপটিটোৰ ২০ কোটি বছৰ লাগে। এই সময়চোৱাক, 'মহাজাগতিকবৰ্ষ' বা Cosmic Year বোলে।

হাতীপটি বা তাৰকা ৰাজ্যৰ নক্ষত্ৰবোৰ পুঞ্জ পাতি থকা দেখা যায়। এক্কোটা পুঞ্জ দুটাৰ পৰা সহস্ৰাধিক নক্ষত্ৰৰে গঠিত। এইবোৰক নক্ষত্ৰ পুঞ্জ (Cluster of Stars) বোলে। নক্ষত্ৰ পুঞ্জ দুই প্ৰকাৰৰ (১) গেলাক্টিক পুঞ্জ (Galactic Cluster) আৰু (২) গোলাকৃতি পুঞ্জ (Globular Cluster)

হাতীপটি বা তাৰকাৰাজ্যবোৰৰ নক্ষত্ৰক ভাগ কৰাৰ্দি তাৰকাৰাজ্যবোৰকো আকৃতি আৰু গঠন অনুসৰি আমেৰিকাৰ বিখ্যাত জ্যোতিৰ্বিদ এডুইন হাবলে (Edwin Hubble) চাৰিভাগত বিভক্ত কৰিছে। (১) সৰ্পিল তাৰকা ৰাজ্য (Spinal Galaxies), (২) দণ্ডযুক্ত সৰ্পিল তাৰকাৰাজ্য (Barred Spirel Galaxies (৩) উপবৃত্তাকাৰ তাৰকাৰাজ্য (Elliptical Galaxies) আৰু (৪) বিষম তাৰকাৰাজ্য (Irregular Galaxies)

(১) সৰ্পিল তাৰকাৰাজ্য:– সৰ্পিলাকাৰ তাৰকা-ৰাজ্যৰ কেন্দ্ৰভাগ আপেক্ষিক ঘন আৰু উজ্বল। ইয়াত এটা নিউক্লিয়াছ (Nucleus) থাকে। সেই নিউক্লিয়াছৰ পৰা সৰ্পিল আকাৰে তৰাৰে গঠিত কিছুমান বাহু আছে।

(২) দণ্ডিল সৰ্পিল তাৰকাৰাজ্য :— এই বিধ তাৰকাৰাজ্য সৰ্পিল তাৰকাৰাজ্যৰ দৈতে একেই কিন্তু বাহুবোৰ কেৱল দণ্ডাকৃতি।

(৩) উপবৃত্তাকাৰ তাৰকাৰাজ্য :— এই শ্ৰেণীৰ তাৰকাৰাজ্যবোৰ সাধাৰণতে উপবৃত্তাকাৰ। ইহঁত চাহকণীৰ দৰে সমমিত (Symmetrical)। এই তাৰকাৰাজ্যত কেৱল তৰাহে থাকে। কোনো গেছ বা ধূলিকণা নেথাকে।

(৪) বিষম তাৰকাৰাজ্য :— এই তাৰকাৰাজ্য বোৰ পাতল গেচ, ধূলিকণা আৰু তৰাৰে গঠিত। ইহঁতৰ আকৃতি সমমিত নহয়। সেইহেতুকে এই বোৰক বিষম তাৰকাৰাজ্য বোলে। ১৫০ হেজাৰ পোহৰ বছৰ নিলগৰ মেগেলানিক ডাৱৰ বা মেগেলেনীয় ডাৱৰ (Megellanic Clouds) নামৰ তাৰকাৰাজ্যখন এখন বিষম তাৰকাৰাজ্য। দক্ষিণ গোলাৰ্দ্ধৰ পৰা মেগেলেনীয় ডাৱৰক খালি চকুৰেও দেখা যায়।

নীহাৰিকাবোৰকো প্ৰধানত: দুটা ভাগত ভগোৱা হৈছে। আমাৰ তাৰকাৰাজ্যৰ ভিতৰৰ নীহাৰিকাক 'ৰাজিক নীহাৰিকা' Galactic Nebula) আৰু তাৰকাৰাজ্যৰ বাহিৰৰ নীহা-ৰিকাক 'ৰাজ্যাতীত নীহাৰিকা' (Entragalactic Nebula) বোলে।

KKH Library

বাহিৰক নীহাৰিকাবোৰ আকৌ দুই প্ৰকাৰৰ (১) পৰিব্যাপ্ত ( Diffuse ) আৰু (২) গ্ৰহৰূপী (planetary )। পৰিব্যাপ্ত নীহাৰিকা বোৰে বহুতাই দূৰি থাকে আৰু সিহঁতৰ কোনো নিৰ্দিষ্ট আকাৰ নাই; সেযাত মেঘৰ বিৰাট আকাৰৰ চপৰাৰ দৰে দেখা যায়। পৰিব্যাপ্ত নীহাৰিকা কিছুমান আপেক্ষিক দীপ্তিমান, কিন্তু প্ৰায় ভাগেই দীপ্তিহীন। দীপ্তিহীন নীহাৰিকাবোৰক কৃষ্ণ নীহাৰিকা ( Dark Nebule ) বোলে।

গ্ৰহৰূপী নীহাৰিকাবোৰ দূৰবীক্ষণ যন্ত্ৰেৰে চালে উজ্বল গ্ৰহ যেন দেখা যায়। কাৰণ এনে নীহাৰিকাৰ কেন্দ্ৰত সচাৰাচৰ এটাকৈ উজ্বল নক্ষত্ৰ থাকে। গ্ৰহৰূপী নীহাৰিকাৰ সংখ্যা বেছি নহয়।

বাহ্যাতীত নীহাৰিকাবোৰ ইমান দূৰৈত আছেগৈ যে, দুই-চাৰিটাৰ বাহিৰে সিহঁতক খুদা চকুৰে দেখা নেযায়। গতিকে সিহঁতৰ বিষয়ে বিশেষ বিতং খবৰ জনা নেযায়।

কল্পনা কৰাচোন, বিশ্বব্ৰহ্মাণ্ডখন কিমান ডাঙৰ ২০০ ইঞ্চিয়া দূৰবীক্ষণ যন্ত্ৰেৰে দুহেজাৰ নিযুত পোহৰবৰ্ষ দূৰলৈকে দেখা গ'ল। কিন্তু তাতো ব্ৰহ্মাণ্ডৰ সীমা পোৱাৰ কোনো চিনেই নাই।

কিছুমান বৈজ্ঞানিকে কয় যে ব্ৰহ্মাণ্ডৰ ক'ৰ-বাত নহয় ক'ৰবাত সীমা আছে। কিছুমান বৈজ্ঞানিকে আকৌ কয় যে ব্ৰহ্মাণ্ডৰ কোনো সীমা নাই। ই সীমাহীন ই অসীম।

বাকিও ভালেখিনি কৈ আহিছো; তোমালোকক আৰু বেছি কথা নকওঁ। আৰু এদিন আৰু বহু-লাই ক'ম দেই। তেন্তে আমি যাওঁ দাদা বুলি কৰুণ-কুমাৰক উঠি গ'ল।



# শ্ৰীশঙ্কৰদেৱ আৰু তেওঁৰ বহুমুখী সাহিত্য প্ৰতিভা

—লক্ষেশ্বৰ হাজৰিকা,
দ্বিতীয় বাৰ্ষিক প্ৰাক্‌স্নাতক
(বিজ্ঞান)

জন্মপৰিচয় :— অসমত নৱবৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্ত্তক মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ১৪৪৯ চনত নগাঁৱৰ বৰদোৱাৰ ওচৰত আলিপুখুৰী নামে ঠাইত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম আছিল কুসুম্বৰ ভূঞা আৰু মাতৃৰ নাম আছিল সত্যসন্ধ্যা। সৰুতে মাক বাপেক স্বৰ্গগামী হোৱাত বুঢ়ীমাক খেৰসুতীয়ে তেওঁক তুলিতালি ডাঙৰ দীঘল কৰিছিল। সৰু বাৰ বছৰলৈকে খেল ধেমালিত মগ্ন থাকি পাছত বুঢ়ীমাকৰ কথা মতে তেৰ বছৰ বয়সত মহেন্দ্ৰ কন্দলিৰ পঢ়াশালিলৈ যায়। আচৰিত কথা যে ক-ফলা শিকা সম্পূৰ্ণ নহওঁতেই তেওঁ "কৰতল কমল কমল দল নয়ন" শীৰ্ষক পদটি ৰচনা কৰি অদ্ভুত মেধা শক্তিৰ পৰিচয় দিয়ে। এই কালছোৱাত তেওঁ যোগ সাধনা কৰি শৰীৰ পুষ্টি সাধন কৰিছিল। গুৰু গৃহত বেদ, পুৰাণ, মহাভাৰত, ৰামায়ণ, চৈধ্যশাস্ত্ৰ, কাব্য আদি অধ্যয়ন কৰে। ৰামচৰণৰ মতে ১৭ বছৰত শিক্ষা সাং কৰি ঘৰলৈ উভটে। ২১ বছৰ বয়সতে তেওঁ সূৰ্য্যৱতীক বিয়া কৰায়। বিয়াৰ তিনিবছৰৰ পাছত সূৰ্য্যৱতীয়ে এটি মাত্ৰ কন্যাক (মনুক) এৰি থৈ প্ৰাণ ত্যাগ কৰে।

সাত বছৰীয়া কন্যা মনুক ৰামচন্দ্ৰ কায়স্থৰ পুত্ৰ হৰিলৈ বিয়া দি শঙ্কৰদেৱে তীৰ্থ ভ্ৰমণৰ বাবে সাজু হয়। ১৪৮১ চনত ৩২ বছৰ বয়সৰ পৰা প্ৰায় ১২ বছৰ শ্ৰীক্ষেত্ৰ, মথুৰা, বৃন্দাবন, বদৰিকাশ্ৰম আদি ঠাই ভ্ৰমণ কৰি ৪৪ বছৰ বয়সত পুনৰ ঘৰ পায়হি। 'এই ভ্ৰমণেই তেওঁৰ অন্তৰত জড় মূৰ্ত্তিৰ অসাৰতা আৰু চৈতন্যময় ঈশ্বৰ পূজাৰ শ্ৰেষ্ঠতা দৃঢ়কৈ বুজাই দিয়ে। ৫৪ বছৰ বয়সত শঙ্কৰদেৱে নাম ভূঞাৰ কন্যা কালিন্দীক বিয়া কৰায়। ইয়াৰ পিচত বৰদোৱাত বসতি কৰি তাত নামঘৰ মণিকূট সাজি সত্ৰ স্থাপন কৰি ধৰ্ম্ম প্ৰচাৰত মন দিয়ে। ১৫৪৬ খৃষ্টত ৯৭ বছৰ বয়সত শঙ্কৰদেৱে দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণৰ কাৰণে যায়। ছমাহৰ মূৰত ঘূৰি আহি পুনৰ নাম কীৰ্ত্তন আৰু ধৰ্ম্ম প্ৰচাৰ কৰাত লাগিল। এই দৰে ধৰ্ম্ম প্ৰচাৰ কৰি ১৫৬৯ খৃঃত ছকুৰি বছৰ পৰমায়ু ভোগ কৰি কাকত কুটা মধুপুৰ সত্ৰত বৈকুণ্ঠ প্ৰয়াণ কৰে।

**শঙ্কৰদেৱৰ সাহিত্য প্ৰতিভা :—** অসমত নৱবৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্ত্তক মহাপুৰুষ শঙ্কৰদেৱ আছিল বহুমুখী প্ৰতিভাৰ আকৰ স্বৰূপ। মাধৱ দেৱৰ ভাষাত তেওঁ আছিল 'সৰ্ব্বগুণাকৰ যাকেৰি নাহি উপাম।' সঁচাকৈয়ে ধৰ্ম্মপ্ৰচাৰ, সমাজ সংস্কাৰ, সাহিত্য সৃষ্টি,। চিত্ৰবিদ্যা, সংগীত, অভিনয় সকলো বিষয়তে তেওঁৰ অম্লান প্ৰতিভাৰ স্ফুৰণ দেখা গৈছিল। অসমবাসীৰ সৌভাগ্য যে মহাপুৰুষ শঙ্কৰদেৱে প্ৰায় ছকুৰি বছৰ জীৱিত থাকি ধৰ্ম্ম, সাহিত্য, শিক্ষা, সংস্কৃতি সকলো দিশেদি মৃত অসমীয়া জাতিটোক সঞ্জীৱিত আৰু শক্তি শালী কৰি থৈ গৈছে। শঙ্কৰদেৱে জীৱনৰ আটাইখিনি সময়কাল, প্ৰতিকূলৰ মাজেদি ধৰ্ম্ম প্ৰচাৰৰ নিমিত্তেই যে অমৰ গ্ৰন্থ ৰচনা কৰিছিল এনে নহয়, তেওঁ নিজে আৰু শিষ্য-প্ৰশিষ্য সকলকো গ্ৰন্থ ৰচি অসমীয়া সাহিত্য ভঁৰাল চহকী কৰিবলৈ অনুপ্ৰেৰণা আৰু উদগনি দিছিল।

এতিয়ালৈকে গুৰুজনাৰ ৰচিত পাঁচশখন মান গ্ৰন্থহে সংগৃহীত আৰু প্ৰকাশিত হৈছে। বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ কাৰণেই শঙ্কৰদেৱে নানা বিপৰ্য্যয়ৰ সন্মুখীন হ'ব লগীয়া হৈছিল। ইয়াৰ বাবেই তেওঁৰ দীঘলীয়া জীৱনৰ প্ৰথমছোৱা (প্ৰায় ৬৭ বছৰ। ইয়াৰ ১২ বছৰ বিভিন্ন তীৰ্থত অতিবাহিত কৰে।) বাৰ ভূঞা ৰাজ্যত, (বৰ ছোৱা আলিত), দ্বিতীয় ছোৱা (প্ৰায় ২৭ বছৰ) আহোম ৰাজ্যত আৰু শেষ ছোৱা কোঁচ ৰাজ্যত কটায়। এই তিনিও ছোৱা কালৰ ভিতৰতে গুৰুজনাই অমূল্য গ্ৰন্থৰাজি ৰচনা কৰি গৈছে। কিন্তু প্ৰায়বিলাক গ্ৰন্থৰ ৰচনা কাল নিৰ্ণয় কৰা টান। তথাপি চৰিত পুথিৰ বিৱৰণ, পুথিবোৰৰ ভাষা, ৰচনা-ৰীতি, বিষয়বস্তু আৰু পুষ্ঠপোষক সকলৰ নাম উল্লেখৰ পৰা কিছুমান গ্ৰন্থৰ ৰচনা কাল আৰু স্থান সম্বন্ধে অনুমান কৰিব পাৰি। আগ বয়সৰ ৰচনাত কল্পনা-প্ৰৱণতা আৰু ভক্তি তকৈ বিষয়বস্তুৰ প্ৰকাশ ভঙ্গীলৈ লক্ষ্য কৰা দেখা যায়; ভাষাও আবেগময়ী আৰু জটুৱাঠাঁচপূৰ্ণ। পিছৰ বয়সৰ ৰচনাত কল্পনাৰ সংযম, ভাষাৰ গাম্ভীৰ্য্য আৰু ভক্তিৰ প্ৰাধান্য মন কৰিব লগীয়া। শঙ্কৰদেৱৰ 'হৰিশ্চন্দ্ৰ উপাখ্যান' প্ৰথম আৰু 'ৰাম বিজয়' নাটেই শেষ ৰচনা। 'কীৰ্ত্তন' আৰু 'দশম' তেওঁৰ সাহিত্যিক জীৱনৰ কীৰ্তি স্তম্ভ।

ৰচনা ৰীতি বা ৰূপ অনুসৰি শঙ্কৰদেৱৰ ৰচনাৱলীক ছটা ভাগত বিভক্ত কৰিব পাৰি। যেনে—

| | |
|---|---|
| (১) অনুবাদমূলক | (৪) গীত |
| (২) কাব্য | (৫) নামপ্ৰসঙ্গীয় |
| (৩) নাট | (৬) ভক্তিতত্ত্বমূলক। |

(১) অনুবাদমূলক গ্ৰন্থ :— শঙ্কৰদেৱৰ অনুবাদ মূলক গ্ৰন্থৰ ভিতৰত 'দশম' খনেই শ্ৰেষ্ঠ। মূল দশমৰ নকৈটা অধ্যায়। তাৰে গুৰুজনাই উনপঞ্চাশটা অনুবাদ কৰি বাকী কেইটা অনন্ত কন্দলিক অনুবাদ কৰিবলৈ দিয়ে। শঙ্কৰদেৱৰ অনূদিত অংশটোক আদি দশম বোলে। ইয়াত শ্ৰীকৃষ্ণৰ জন্ম আৰু বাল্য লীলাৰ পৰা আৰম্ভ কৰি গোপী-উদ্ধৱ সংবাদলৈকে বিভিন্ন কাহিনীৰ মনোৰম বৰ্ণনা আছে। এইখন শঙ্কৰদেৱৰ আটাইতকৈ নিপুণ হাতৰ ৰচনা। সেয়েহে ইয়াত কল্পনাৰ বিলাসতকৈ বিষয়বস্তুৰ গাম্ভীৰ্য্য, বৰ্ণনাৰ চমৎকাৰিত্ব, ভাষাৰ লালিত্য, চিত্ৰৰ সৌন্দৰ্য্য

KKH Library

আৰু ভক্তিৰ গাঢ়তা লক্ষ্য কৰা যায়।

'দশম'ৰ উপৰিও শঙ্কৰদেৱে ভাগৱতৰ প্ৰথম, দ্বিতীয়, একাদশ আৰু দ্বাদশ স্কন্ধ অনুবাদ কৰে। শেষৰ দুটা স্কন্ধত মূলত থকা যোগ, ধ্যান, সন্ন্যাস আদি সম্বন্ধীয় কথাবোৰ বাদ দি কেৱল ভক্তি আৰু বৈষ্ণৱ ধৰ্ম্মৰ উপযোগী কথাবোৰহে বৰ্ণনা কৰিছে।

শঙ্কৰদেৱৰ অনূদিত উত্তৰাকাণ্ড ৰামায়ণো মূলতকৈ আলেখিনি চমু। ইয়াত তেওঁহে কবিত্ব শক্তি প্ৰদৰ্শন কৰাতকৈ মাধৱ কন্দলিৰ আৰম্ভ কৰা ৰামায়ণ সম্পূৰ্ণ কৰাতহে মন দিয়া যেন লাগে। হলেও ভাষাৰ প্ৰাঞ্জলতা আৰু বৰ্ণনাৰ সাৱলী- লতাই পুথিখনৰ সৌন্দৰ্য্য অম্লান ৰাখিছে।

(২) **কাব্য গ্ৰন্থ :**— শঙ্কৰদেৱৰ কাব্যৰ ভিতৰত প্ৰথম হ'ল হৰিশ্চন্দ্ৰ উপাখ্যান আৰু ৰুক্মিণী হৰণ। 'হৰিশ্চন্দ্ৰ উপাখ্যান'ৰ বিষয়বস্তু মাৰ্কণ্ডেয় পুৰাণৰ পৰা লৈছে। হৰিচন্দ্ৰ ৰজাই গণেশক পুজি বিষ্ণুক পূজা কৰা বাবেহে যে নানা দুখ কষ্টৰ মাজতো শেষত স্বৰ্গলাভ কৰিলে। অৰ্থাৎ বিষ্ণুৱেই যে সকলো দেৱতাতকৈ শ্ৰেষ্ঠ তাকেই কাব্যখনত দেখুৱা হৈছে। কাব্যখনত নবীন কবিৰ কল্পনা প্ৰৱণতা আৰু বৰ্ণনাৰ মাধুৰ্য্য মন কৰিবলগীয়া। হৰিশ্চন্দ্ৰ উপাখ্যানতে শঙ্কৰদেৱে 'নাম, দেৱ, গুৰু আৰু ভকত'—ভক্তিৰ এই চাৰি খুটি মানে।

ৰুক্মিণী হৰণৰ মূল কাহিনী হৰিবংশ আৰু ভাগৱতৰ পৰা লৈছে। ইয়াত শ্ৰীকৃষ্ণ-ৰুক্মিণীৰ বিয়াৰ লগতে শ্ৰীকৃষ্ণৰ লগত শিশুপাল, জৰাসন্ধ, দন্তবক্ৰ আদিৰ যুদ্ধৰ বিৱৰণ আছে। কাহিনীৰ আকৰ্ষণীয় বৰ্ণনা, বাস্তৱতাৰ পৰশ থকা চৰিত্ৰ সৃষ্টি শৃংগাৰ আৰু হাস্যৰস পৰিবেশন আৰু অসমীয়া সমাজৰ চিত্ৰ সৌন্দৰ্য্যই কাব্যখন উপ- ভোগ্য কৰি তুলিছে। 'ৰুক্মিণীহৰণ'ৰ কাহিনীৰ জনপ্ৰিয়তালৈ লক্ষ্য ৰাখি ভাটি বয়সত শঙ্কৰদেৱে ৰুক্মিণীহৰণ কাব্যৰ পৰা ৰুক্মিণীহৰণ নাট লিখে। ইয়াৰোপৰি শঙ্কৰদেৱে ভাগৱতৰ ষষ্ঠ স্কন্ধৰ অৱলম্বনত 'অজামিল উপাখ্যান' অষ্টম স্কন্ধৰ তিনিটা আখ্যানৰ পৰা 'গ্ৰাহ গজেন্দ্ৰৰ যুদ্ধ', 'অমৃত মন্থন', 'বলি ছলন' আৰু দশম স্কন্ধৰ পৰা কাহিনী লৈ কুৰুক্ষেত্ৰ কাব্য ৰচনা কৰে। কাব্য কেইখনত মনোৰম কাহিনীৰ লগতে বৈষ্ণৱ ধৰ্ম্মৰ মহিমা প্ৰকাশ পাইছে।

(৩) **নাট :**— অসমীয়া নাট্য সাহিত্যৰ জন্মদাতা শঙ্কৰদেৱ। তেওঁহে সংস্কৃত নাট আৰু প্ৰাচীন অসমীয়া ওজাপালিৰ অনুষ্ঠানৰ আহিত এটা আৰু মুক্ত ছখন নাট ৰচনা কৰে। এইবোৰ অংকীয়া নাট নামে জনাজাত। জনসাধাৰণৰ মাজত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যে নাটবোৰ ৰচিত আৰু সত্ৰ নামঘৰ আদিত অভিনীত হৈছিল। নাটবোৰে ধৰ্ম্ম প্ৰচাৰত বিপুলভাৱে সহায় কৰিছিল। শঙ্কৰদেৱৰ নাট ছখন হ'ল ক্ৰমে পত্নী- প্ৰসাদ, কালিয়দমন, কেলিগোপাল, ৰুক্মিণীহৰণ, পাৰিজাতহৰণ আৰু ৰাম বিজয়। ইয়াৰ প্ৰথম পাঁচখনৰ বিষয়বস্তু ভাগৱত, হৰিবংশ আৰু বিষ্ণুপুৰাণ, আৰু শেষৰ খনৰ বিষয়বস্তু প্ৰধানকৈ ৰামায়ণৰ পৰা লোৱা হৈছে। বিভিন্ন নাটকত বিভিন্ন ৰসৰ সমাবেশ মন কৰিবলগীয়া। পত্নী প্ৰসাদত শান্ত, 'কালিয়দমন'ত বীৰ, ভয়ানক আৰু কৰুণ; কেলিগোপালত শৃংগাৰ; 'ৰুক্মিণী- হৰণ'ত শৃংগাৰ, বীৰহাস্য; 'পাৰিজাতহৰণ'ত বীৰ হাস্য আৰু 'ৰাম বিজয়'ত বীৰ,হাস্য আৰু শৃংগাৰ ৰসৰ প্ৰাধান্য দেখা যায়।

KKH Library

(৬) গীত :— শঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যে ৰচিত নাট, পদ আদিৰ দৰেই 'গীত'ৰ উৎপত্তিও এটি উল্লেখনীয় বিষয়। তেওঁৰ গীত সমূহ দুভাগত ভগাব পাৰি: (ক) বৰগীত (খ) ভটিমা

(ক) বৰগীত :— শঙ্কৰদেৱৰ আগতে পৰা অসমত গীতৰ চৰ্চা থাকিলেও শঙ্কৰদেৱ আৰু মাধৱদেৱ ৰচিত গীতবোৰত বিষয়বস্তুৰ গাম্ভীৰ্য্য বা সংযম, প্ৰকাশ ভঙ্গিৰ সাৱলীলতা শুৱলা ব্ৰজাৱলী ভাষাৰ ব্যৱহাৰ আৰু সুৰৰ বৈশিষ্ট্যই গীতবোৰক সমসাময়িক কবি পীতাম্বৰ, দুৰ্গাবৰ আদিৰ লৌকিক গীত আৰু আন শাস্ত্ৰীয় গীতৰ পৰা পৃথক কৰিছে। এইবোৰ কাৰণতে পৰৱৰ্ত্তী যুগত শিষ্য প্ৰশিষ্য সকলে গুৰু দুজনাৰ ৰচিত গীতবোৰক 'বৰগীত' আখ্যা দিছিল। এই নৈতিক আৰু আধ্যাত্মিক ভাবৰ গুণত প্ৰতিষ্ঠিত বাবে ডঃ বাণীকান্ত কাকতিয়ে বৰগীতবোৰক 'Noble Numbers' বুলিছে। কালিৰাম মেধিয়ে বৰগীতক Song Celestial আৰু দেবেন্দ্ৰনাথ বেজবৰুৱাই Holy Songs আখ্যা দিছে।

চৰিত পুথি মতে শঙ্কৰদেৱে তীৰ্থ ভ্ৰমণত বদৰিকাশ্ৰমলৈ যাওঁতে প্ৰথম বৰগীত 'মন মেৰি ৰাম চৰণহি লাগু' ৰচনা কৰে। তেওঁ মুঠতে বাৰকুৰি বৰগীত ৰচনা কৰে। গীতবোৰৰ মাজত শঙ্কৰদেৱৰ কবি প্ৰতিভা বিকশিত হৈছে। কিছুমান গীতত 'সংসাৰ গহন বন'ৰ প্ৰতি কবিৰ অনাস্থা আৰু তীৰ্থ, ব্ৰত, তপ, জপ, যাগ-যোগৰ প্ৰয়োজনীয়তা, ধনজন 'জীৱন-যৌৱন'ৰ অস্থিৰতা আৰু পৰম পুৰুষ ভগৱানৰ চৰণত আত্ম সমৰ্পণৰ ভাৱ প্ৰকাশ পাইছে। আন কিছুমানত শ্ৰীকৃষ্ণৰ বৃন্দাবনত বাল্যলীলা আৰু শ্ৰীকৃষ্ণৰ অবিহনে বৃন্দাবনবাসীৰ বিৰহ-বেদনা সুন্দৰ ভাৱে প্ৰকাশ পাইছে।

(খ) ভটিমা —ভটিমা হৈছে এক প্ৰকাৰ স্তুতি বা প্ৰশস্তিমূলক গীত। আগৰ দিনত ভাট নামে এক শ্ৰেণীৰ গায়কে প্ৰশস্তিমূলক গীত গাই ফুৰিছিল। কালক্ৰমত ভাটে গোৱা গীতৰ অনুকৰণতে স্তুতি বা প্ৰশস্তিমূলক গীতে 'ভটিমা' নাম পালে। শঙ্কৰদেৱে ৰচা ভটিমা তিনিপ্ৰকাৰ:-

(১) দেৱ ভটিমা :— নাটকৰ বাহিৰৰ সুকীয়াকৈ ৰচনা কৰা বিষ্ণু বা কৃষ্ণৰ স্তুতিবাচক গীত। শঙ্কৰদেৱে প্ৰথম অসমীয়া ভাষাত তোটয় ছন্দত 'মধুদানৱ দাৰণ দেৱ বৰম্' এই বিখ্যাত ভটিমাটো সংস্কৃতত ৰচনা কৰে।

(২) ৰাজ ভটিমা :— এনে ভটিমাত ৰজাক প্ৰশস্তি জনোৱা হয়। শঙ্কৰে 'জয় জয় মল্ল নৃপতি ৰসৰাজ' নামৰ ৰাজ ভটিমাটিত মহাৰাজ নৰনাৰায়ণৰ গুণ কীৰ্ত্তন কৰিছে।

(৩) নাটকীয় ভটিমা — এনে ভটিমা অঙ্কীয়া নাটৰ আৰম্ভণি, মধ্য, আৰু অন্তত থাকে। নাটৰ শেষৰ ভটিমাক মুক্তি মঙ্গল ভটিমা বোলে।

বৰগীতৰ দৰেই ভটিমাৰো ভাষা কৃত্ৰিম ব্ৰজাৱলী। বিষয়বস্তুৰ গাম্ভীৰ্য্য, ছন্দৰ বৈচিত্ৰ্য আৰু অনুপ্ৰাসে ভটিমাসমূহক অসমীয়া গীতি সাহিত্যত এখনি বিশিষ্ট স্থান দিছে।

(৪) নাম-প্ৰসঙ্গ সম্বন্ধীয় গ্ৰন্থ :— (১) কীৰ্ত্তন ঘোষা :— অসমত বৈষ্ণৱ ধৰ্ম্মৰ 'চাৰিপুথি'ৰ ভিতৰত মহাপুৰুষৰ 'কীৰ্ত্তন' আৰু 'দশম' অন্তৰ্ভুক্ত।

KKH Library

প্ৰকাশিত কীৰ্ত্তন ঘোষাত চতুৰ্বিংশতি অৱতাৰ, ধ্যান বৰ্ণন, অজামিল উপাখ্যান, শিশুলীলা, ৰাসলীলা, শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ আদিকে উনত্ৰিশতা খণ্ড আছে। তাৰে 'সহস্ৰ নাম বৃত্তান্ত' ৰত্নাকৰ কন্দলী আৰু 'ঘুনুচা কীৰ্ত্তন খণ্ড' শ্ৰীধৰ কন্দলী ৰচিত। শঙ্কৰদেৱে 'নামাপৰাধ' 'পাষণ্ড মৰ্দন' আৰু 'উৰেষা বৰ্ণনা খণ্ডৰ' বিষয়বস্তু ভাগৱতৰ পৰা লৈছে।

আকৰ্ষণীয় বিষয়বস্তু আৰু সুৰলা বৰ্ণনাৰ বাবে কীৰ্ত্তনখন ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৰে অতি প্ৰিয়। কীৰ্ত্তন খনৰ বিষয়ে বেজবৰুৱাই কৈছে— "ভাষাৰ লালিত্য, ছন্দৰ ঝংকাৰ, সুৰৰ লাৱণ্য, ভাৱৰ মাধুৰ্য্য, ভক্তিৰ দৃঢ়তা, চিন্তাৰ উচ্চতা আদিৰ সমষ্টিৰে শঙ্কৰদেৱৰ কীৰ্ত্তন ৰচিত। জ্ঞাননাথ বৰা দেৱৰ ভাষাত "কীৰ্ত্তনত হৰ্ষ-বিষাদ, প্ৰেম-বিৰহ, ক্ৰোধ-ক্ষমা আদিয়ে মূৰ্ত্তি পাতিছে। ইয়াত্ত নৱৰসৰ মিলন হৈছে। মুঠতে কীৰ্ত্তন ঘোষা দশমৰ লগেই মহাপুৰুষৰ সাহিত্যিক জীৱনৰ কীৰ্ত্তি স্তম্ভ, অসমীয়া সাহিত্য মালাৰ উজ্বল মণি।

(২) গুণমালা— এই আকণমান পুথিখন ভাগৱতৰ সাৰ সংগ্ৰহ কৰি ছুটি আখৰীয়া কুসুম মালা ছন্দত ৰচা হয়।

(৩) ভক্তি আৰু তত্ত্বমূলক গ্ৰন্থ :- শঙ্কৰদেৱৰ এনে গ্ৰন্থ চাৰিখন — (১) ভক্তি প্ৰদীপ (২) ভক্তি ৰত্নাকৰ (৩) অনাদি পাতন আৰু (৪) নিমি নৱসিদ্ধ সংবাদ। ভক্তি প্ৰদীপৰ বিষয়বস্তু গৰুড় পুৰাণৰ পৰা লোৱা। পুথিখন শঙ্কৰদেৱৰ আগবয়সৰ ৰচনা। ইয়াত ভক্তি বিষয়ক তত্ত্বসমূহ কৃষ্ণ অৰ্জ্জুনৰ কথোপকথনৰ যোগেদি ব্যাখ্যা কৰা হৈছে'।

ভক্তি ৰত্নাকৰ সংস্কৃতত ৰচিত। ইয়াত শ্ৰৱণ কীৰ্ত্তন, অৰ্চন, বন্দন আদি নৱ-বিধ ভক্তিৰ কথা আছে। অনাদি পাতনৰ মূল বিষয় ভাগৱতৰ একাদশ স্কন্ধৰ ওপৰত প্ৰতিষ্ঠিত। ইয়াতো আধ্যাত্মিক আৰু ভক্তিভাৱৰ কথা বৰ্ণিত হৈছে।

উপসংহাৰণ :— অসমীয়া ভাষা, সাহিত্য, সঙ্গীত, কলা, ধৰ্ম্মজীৱন, সামাজিক জীৱন আদিৰ ওপৰত শঙ্কৰদেৱৰ প্ৰভাৱ প্ৰচুৰ। তেখেতৰ ৰচনাৱলী অসমীয়া সাহিত্যৰ 'শিৰোভূষণ স্বৰূপ।' মুঠৰ ওপৰত সাহিত্যৰ গুৰু শঙ্কৰ, সাহিত্য ৰাজ্যৰ ৰজা শঙ্কৰ, সমাজ গঢ়োঁতা, সমাজৰ নেতা শঙ্কৰ।



KKH Library

# ৰঘুনাথ চৌধাৰী আৰু তেখেতৰ কবিতাৰাজি

যি সকল কবি মনিসাৰ কবিতাৰাজিয়ে নৱ-ন্যাস আন্দোলন পৰিপুষ্ট কৰি অসমীয়া কাব্য সাহিত্যৰ ঢৌ বোৱাই আনিছিল, সেইসকল কবি সাহিত্যিকৰ ভিতৰত ৺ৰঘুনাথ চৌধাৰী দেৱো এজন অন্যতম শ্ৰেষ্ঠ কবি। নিজৰ কবিত্ব প্ৰতিভা সাহিত্যিক অলংকাৰে বিভূষিত ৰঘুনাথ চৌধাৰীদেৱক অসমীয়া কাব্যজগতত বিহগী কবি নামেৰে পৰিচিত। সঁচাকৈয়ে অসমীয়া কাব্য কাননত চৌধাৰীদেৱ এজন কোকিল কণ্ঠি কবি আছিল। তেখেতৰ কবিতা যি মাধুৰ্য্য যি লালিত্য আৰু মনোমুগ্ধ ভাব ফুটাই তুলিছে সি সকলোকে মোহনীয় বানেৰে মোহিত নকৰাকৈ থকা নাই। সি সকলোকে প্ৰেমৰ পৰশে মধুৰ চুম্বন দি প্ৰকৃতি জগতৰ মনোমোহা দৃশ্য চকুৰ আগত ডাঙি ধৰি প্ৰকৃতিৰ ৰূপ ৰস লাৱণ্য স্পৰ্শ আৰু গোন্ধই সুগন্ধী জগত গৌটি দি প্ৰকৃতিৰ সৌন্দৰ্য্য উপভোগ কৰিবৰ কাৰণে সৌন্দৰ্য্য উপভোক্তাসকলক প্ৰকৃতি প্ৰেমীৰ সুগন্ধীপুষ্প কাননৰ মাজলৈ আগুৱাই লৈ গৈছে। জোনাকী ফুলৰ দৰে জীৱননৌকা সংসাৰ সাগৰৰ বালিত লাগি হঠাতেকে অৰ্থাৎ ইহসংসাৰৰ পৰা বিদায় লোৱাৰ কালছোৱালৈকে অসমীয়া সাহিত্যৰ অনু পৰমাণুৰ লগত চৌধাৰীৰ পৰিচিত। তিনি কুৰিৰ অধিক কালছোৱা সাহিত্য চৰ্চা কৰিয়েই কটাইছিল। এইক্ষেত্ৰত কবি চৌধাৰী একেবাৰে জীৱন্ত ইতিহাস।

কবিৰ ব্যক্তিগত জীৱন বৰ্ণাঢ্যময় বা কৌতুক পূৰ্ণ নাছিল। তেওঁৰ জীৱন গভীৰ বেদনাৰে ভৰা এটি সংঘাট পূৰ্ণ জীৱন। এই ব্যক্তিগত কাৰণতে উপচি পৰা সংঘাটপূৰ্ণ জীৱন বক্তিৰ কবি গৰাকী জীৱনৰ পুৱ প্ৰান্তত অৱস্থিত অসমী আইৰ চেনেহী শীতলি কোলাত কামৰূপ জিলাৰ লাওপাৰা গাঁৱত ১৮৭৯ চনৰ মে'মাহৰ ৫ দিন যোৱাত জন্মগ্ৰহণ কৰে। নিচেই কেঁচুৱা অৱস্থাতে ঘৰৰ পিৰালিৰ পৰা বাগৰি পৰি শিলৰ কাটত ভৰিদুখন সোমাই পৰে। আৰু তাৰ ফলস্বৰূপে দুয়োখন ভৰি নিলকটীয়া হয়। আৰু ওৰে জীৱনৰ কাৰণে খুনীয়া হয়। কবিয়ে অতি আবেগময় উৎসাহেৰে জীৱনৰ এই অসহনীয় বোজা সুৰপাতি লৰ লগাত পৰে।

শাৰীৰিক বিপৰ্য্যয়ৰ লগতে কবিৰ পাৰিবাৰিক দুৰ্যোগেও কবিৰ চকুৰ আগত দেখা দিলে। কবিৰ স্নেহময়ী জননী, ভাতৃ সহোদৰ আদি এজন এজনকৈ হেৰুৱাই কবি একেবাৰে নিঃকৰা হয়। পিতৃ ভোলানাথ চৌধাৰীদেৱো পত্নী-পুত্ৰই এৰা দিয়া মৰ্মহিত হৃদয়ৰ শোকত ব্যাকুল হৈ পৰে। এই বেদনাবোধ শোকৰ নদীয়ে বোৱাই অনা চকুৰ

KKH Library

পানীৰে ভোলানাথদেৱক চাবিওফালে আক্ৰান্ত দেৰীয়ে আগুৰি ধৰিলে, তাৰ ফলত ভোলানাথ দেৱ একেবাৰে উন্মাদ হৈ পৰে। তেনে সময়ত ৰঘুচৌধাৰীক পিয়াইত পানী তোকত এমুঠি ভাত আৰু এষাৰ মধুৰ মাত দিবলৈকো কোনো নোহোৱা হ'ল। এনে এটা সংঘাট পূৰ্ণ পৰিস্থিতিত আনৰ আশ্ৰয়ত ডাঙৰ দীঘল হব লগাত পৰে। ভৱিষ্যতে আজীৱন কাল চিৰকুমাৰ ব্ৰত পালন কৰি কটোৱাৰ মূল কাৰণ হ'ল ল'ৰাকালৰ এনে এটি সংঘাটপূৰ্ণ নিঠৰুৱা জীৱনৰ করুণ স্মৃতি। বাল্য অৱস্থাতে আঁতৰি পৰা সংসাৰৰ করুণ সোঁৱৰণীয়ে তেখেতক অন্যএখন নতুন সোণৰ সংসাৰ ৰচনা কৰাত বাধাৰ সৃষ্টি কৰিলে।

ঘৰুৱা জীৱনৰ দৰে কবিৰ শিক্ষা জীৱনো এক সংঘাট পূৰ্ণ। পঢ়াশালীয়া শিক্ষা [illegible] চৌবেদৰ ভিতৰতে আৰম্ভ হৈ থাকিল। স্কুলৰ চৌবেদ পাৰ হৈ যাব নোৱাৰাৰ মূলতে হ'ল শিক্ষকৰ লগত চলা গভীৰ মতানৈক্য। ইয়াৰ কাৰণতেই কবি চৌধাৰীৰ শিক্ষা জীৱন সিমানতে সামৰণি পৰিল। জগতৰ সৰহভাগ যশস্বী কবি সাহিত্যিকৰ শিক্ষা জীৱন থাকিবাৰ ক'লা ডাৱৰে আকাশ ঢাকি ধৰাদি তেওঁলোকৰ শিক্ষা প্ৰচাৰ নোহোৱাকৈ মেঘাবৃত হৈ পৰা দেখিবলৈ পোৱা যায়। পঢ়াশালিৰ পাঠ্যক্ৰমৰ বাধা-বান্ধকতাৰ পৰা নিজকে মুক্ত ৰাখি এইচাম কবি সাহিত্যিকে প্ৰকৃতিৰ জগতত বিচৰণ কৰি ফুৰে। প্ৰকৃতি জগতৰ শ্যাম লীলা শোভা বিভিন্ন ঋতুৰ সৌন্দৰ্য্য বনৰ পশু পক্ষীৰ স্বৰ জানজুৰিৰ কুলুকুলু ধ্বনি পৰ্ব্বতৰ ধ্যান গম্ভীৰ ৰূপ আৰু বৈচিত্ৰময় মানৱ জীৱন কবি সাহিত্যিক সকলৰ প্ৰেৰণাৰ উৎস আৰু সম্বল। পঢ়াশালিৰ পাঠ্যক্ৰমৰ মাজত নিজকে সংযত কৰি ৰাখিবৰ কাৰণে এই শ্ৰেণী কবি সাহিত্যিকসকল জ্ঞান পিপাসুৰ বৈয়াৰ বাহিৰত। বিশ্ব প্ৰকৃতিৰ অনুপম সৌন্দৰ্য্যৰ উপভোগ সাধনেই বা উপাসকে হৈছে তেওঁলোকৰ সাধনাৰ মন্দিৰ। ওৱৰ্ডচৱৰ্থ, কালিদাস আদিৰ দৰে ৰঘুনাথ চৌধাৰীদেৱেও বিশ্বপ্ৰকৃতিৰ মনোমোহা সৌন্দৰ্য্যত উপলব্ধি কৰিব পাৰিলে বিশ্ব প্ৰকৃতিৰ স্বৰূপ। সেইবেহে কবিয়ে গাইছে—

জড় জগত জীৱ জগত
পাওঁ সকলোতে দেখা
মহাবিশ্ব জুৰি বিৰিঙিছে যেন
আনন্দৰ পূৰ্ণ ৰেখা।

আয় পৰিজন তেওঁৰ কবিৰ নিঠৰুৱা জীৱন বৈৰাগ্যমূলক হলেও নিৰাশাবাদী নহয়। আশাবাদী হে। এইখিনিতে আমাৰ মনলৈ এটা প্ৰশ্ন আহে যে বৈৰাগ্য জীৱন অৱলম্বন কৰা কবি এগৰাকীৰ গাত নিৰাশাবাদীৰ চিন নোলাল কিয় অৰ্থাৎ কবি নিৰাশাবাদী নহলে কিয়? আনৰ তত্বাৱধানত ডাঙৰ দীঘল হোৱা কেৱলীয়া বৰিজন চিৰকালেই সমাজচ্যুত। কবিৰ জীৱনৰ সৰহ ভাগ কাল কটালে ভৰপুৰ এখন সংসাৰৰ সান্নিধ্যত। অগাধ অৰণ্যৰ মাজত ঈশ্বৰ চিন্তা কৰি বৈৰাগ্য জীৱন অৱলম্বন কৰা বৰ বিশেষ টান নহয়। কিন্তু ভৰপুৰ এখন সংসাৰৰ মাজত থাকি জীৱন অতিবাহিত কৰা বা বৈৰাগ্যতা অৱলম্বন কৰাটোহে অতি দুষ্কৰ। কবি চৌধাৰীও তেনে দুৰূহ জীৱন যাপন কৰা একন লোক আৰু তেওঁৰ লগতে স্বজনমানৰ নাম লাব পাৰি তেওঁলোক হ'ল বাগ্মীৰৰ শ্ৰীযুত নীলমনি ফুকন আৰু প্ৰেমৰ কবি অৰ্থাৎ বনফুলৰ কবি ৺যতীন্দ্ৰনাথ দুৱৰা।

KKH Library

সাহিত্য জগতত কবি চৌধৰীৰ ভূমিকাদ্বৈত (১) সাংবাদিক আৰু (২) কবি।

সাংবাদিক জীৱন :— জোনাকীত আৰম্ভ হোৱা সহকাৰী সম্পাদক হিচাপে আৰম্ভ হোৱা সাংবাদিক জীৱন জয়ন্তীৰ মাজেদি দৈ সুৰভিত শেষ হয়গৈ। মধু চৌধাৰীৰ সম্পাদিত শিশু আলোচনী মইনা। তেখেত কবি হিচাবে অমৰত্ব আৰু জীৱনৰ অনুপম কীৰ্তিস্তম্ভ লাভ কৰিছে অনুপম কাব্যৰাজি যোগেদি। তেখেতৰ কবিতাপুথিসমূহ ল (১) সাদৰী (২) নহিকতৰা (৩) কেতেকী (৪) কাৰাবাল্লা আৰু (৫) নৱমল্লিকা। সাদৰী নহিকতৰা কবিতা পুথি। কেতেকী আৰু কাৰাবাল্লা কাব্য, নৱমল্লিকা কথা কবিতাৰ পুথি।

চৌধাৰীদেৱৰ কবিতাৰাজিক প্ৰধানকৈ দুটা ভাগত বিভক্ত কৰিব পাৰি। ডঃ নেওগৰ ভাগাত ক'বলৈ গলে এটা হ'ল ইন্দ্ৰিয়মুখী আৰু (২) ইন্দ্ৰিয় বিমুখী। প্ৰথমটিত ৰূপৰস সকম্পন আৰু মধুৰ শব্দৰ ধ্বজা উৰায় সৰ জীৱনৰ স্বীকৃতিৰ প্ৰতি এটি মোহনীয় আকৰ্ষণ আছে। দ্বিতীয়টিত ভাৰতীয় চিত্তবৃত্তৰ চিৰচিনাকী আৰু ভক্তি জ্ঞান বৈৰাগ্যৰ উদাৰ ভাৱ দেখিবলৈ পোৱা যায়। তেখেতৰ কবিতাৰাজিক নিয়মৰ বান্ধোনৰে একেবাৰতে শৃংখলাবদ্ধভাৱে সজোৱা নহয়। তেখেতৰ কবিতাসমূহ ইটোৰ লগত সিটোৰ নেৰা-নেপেৰা সম্বন্ধ। এটাক বাদ দি অন্য এটাৰ কথা ভাবিব নোৱাৰি। বৈৰাগ্য মূলক কবিতাতো কবিৰ হাতত প্ৰকৃতিৰ ছাঁ নপৰাকৈ থকা প্ৰকৃতি মূলক কবিতাতো প্ৰকৃতিৰ যি মোহনীয় ৰূপৰ লগতে বৈৰাগ্য মূলক কবিতাৰ আলোক নপৰাকৈ স্বতন্ত্ৰভাৱে প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই।

চৌধাৰীদেৱৰ ইন্দ্ৰিয়মুখী কবিতা—সেইবোৰত প্ৰকৃতিৰ সজীৱ বৰ্ণনা, ঋতুৰ সম্ভাৱন বাণীচিত্ৰ, বিহগীত সুৰীয়া মাত, জানজুৰিৰ গীতি তৰঙ্গ, ফুলৰ বিভিন্ন ৰঙৰ সৌৰভ, অপৰূপ সৌন্দৰ্য্য, আৰু ধ্যান গম্ভীৰ পাহাৰৰ কন্দচিত্ৰৰ মাজতো শুনা যায় বৈৰাগ্য মূলক কবিতাৰ প্ৰতিধ্বনী। সৌন্দৰ্য্য সন্ধানী কবিৰ মানস জগীত নিজানৰ সিপাৰৰ নেদেখা সৱগখনৰ এটি সুৰ ৰিনিকি ৰিনিকি শুনিবলৈ পোৱা যায়। অতীন্দ্ৰিয় জগতৰ সন্ধানো কবিয়ে প্ৰকৃতিৰ চিত্ৰমাধ্যমেৰে লাভ কৰে।

কবিৰ বৈৰাগ্যমূলক কবিতা অৰ্থাৎ ইন্দ্ৰিয় বিমুখী কবিতা ভিক্ষা, ফুলশয্যা, বৈৰাগ্যৰ কথা ইত্যাদি কবিতাসমূহত অকলশৰীয়া বৈৰাগ্য জীৱনৰ বিৰহ বেদনা বোৱৰ চিত্ৰ যদিও প্ৰকাশ পাইছে পাশ্চাত্য ৰোমান্টিক কবিতাৰ আহিত চৌধাৰীদেৱে কবিতা ৰচনা কৰিলেও ভাৰতীয় কবিৰ পক্ষে ভাৰতীয় দৰ্শন অস্বীকাৰ কৰা সহজ নহয়। চৌধাৰীৰ বৈৰাগ্য ভাৱৰ কবিতাৰ মাজেৰে নিজৰ জীৱনক তুলনা কৰিছে এটি পাত্ৰৰ লগত। ফুলশয্যা কবিতাৰ যোগেদি কবিয়ে প্ৰকাশ কৰিছে মানৱ জীৱনৰ এটি চৰম মুহূৰ্ত। কবিয়ে ফুলৰ শয্যাত উপভোগ কৰিব বিচাৰিছে জীৱনৰ মধুৰতা মৃত্যুৰ মাজেৰে। মৃত্যুৰ শয্যাৰ বুকুত পৰি কবিয়ে ফুলৰ শয্যা বিছাই চাব বিচাৰিছে কবিয়ে গাইছে—

আনন্দৰ পূৰ্ণ পাত্ৰ শূণ্য আজি মোৰ
কেওপিনে দেখোঁ হাহাকাৰ,
দাবাগ্নিৰ দহনত দেৱদাৰু তৰু
পুৰি দেই হ'ল চাৰখাৰ।

আন প্ৰকাৰে ক'বলৈ গলে কবি চৌধাৰী প্ৰকৃতিৰ পৰা বিষয় বস্তু সংগ্ৰহ কৰি ৰচনা কৰা প্ৰকৃতি বিষয়ক কবিতা বাজিৰ মাজতো বৈৰাগ্য মূলক ভাৱৰ প্ৰতিধ্বনী শুনিবলৈ পোৱা যায়। প্ৰিয় বিহঙ্গিনী কেতেকীৰ আকুল আবেগ মোহনীয় নন্দন কাননত নিজকে আপোন পাহৰা হৈ সংসাৰৰ মায়া মোহৰ যি পাখিৰ সুখ সম্পদকো কবিয়ে বিনা দিধাৰে নেওঁচিব বিচাৰিছে এটি বিষাদ বেদনাৰে ভৰা বৈৰাগ্য জীৱনক আশ্ৰয় কৰি। এই বৈৰাগ্য জীৱনকে আশ্ৰয়ৰ স্থল হিচাবেলৈ কবিয়ে নিজৰ প্ৰতিভাৰ বলেৰে সংসাৰ সমুদ্ৰত পালতৰা নাৱৰ দৰে অপাৰ সাগৰত নিজৰ জীৱন নৌকা পাৰি দিলে।

শুনাহে এবাৰ পথী অভাগ্যৰ বাণী।
নালাগে পাখিৰ সুখ,
নকৰো মনত দুখ,
তোমাৰ লগতে উৰিযাওঁ বিহঙ্গিনী
সদায় হৈছে যত প্ৰেমমন্দাকিনী।

বিশ্বপ্ৰকৃতিৰ যি অনুপম সৌন্দৰ্য্য সেই সৌন্দৰ্য্যৰ প্ৰতি কবি বিশেষ ভাৱে আকৃষ্ট। তুমা সাম্যমূৰ্ত্তিৰে সৌন্দৰ্য্য বাহ্যিক একেলগে উপভোগ নকৰি কবিয়ে পৃথক পৃথক ভাৱে উপভোগ কৰিছে। কবিয়ে এই সৌন্দৰ্য্য উপভোগ কৰিছে বিভিন্ন চৰাই জীৱনৰে আৰু প্ৰকৃতি সম্ভাৰৰ জৰিয়তে। তেখেতৰ প্ৰকৃতি মূলক কবিতাবাজি বিভিন্ন চৰাই আৰু প্ৰকৃতি সম্ভাৰ এই দুয়োটা ভাগতে বিভক্ত। প্ৰকৃতিগত বস্তুৰ শোভা আৰু চৰাই জীৱনৰ বাহ্যিক ভাগৰ বৰ্ণনাৰ বৰ্ণালিৰে বৰ্ণাই কবিয়ে মুক্ত হোৱা নাই। নিজ হৃদয়তো উপলব্ধি কৰিব বিচাৰিছে। পৌৰাণিক কবি সাহিত্যকৰ বিবিধ ৰচনা ভঙ্গীৰ মাজতো বিশ্বপ্ৰকৃতিৰ অনুপম সৌন্দৰ্য্যৰ উপকৰণ নোহোৱা নহয়। সেইসকলৰ ৰচনাৱলীত প্ৰকৃতিৰ সৌন্দৰ্য্য বোধ অনুপম বৰ্ণনা পোৱা যায়। যাৰ মোহনীয় বৰ্ণনাৰ দ্বাৰা মানৱজাতীক মোহিত কৰিব পাৰিছিল। চৌধাৰীৰ কবিতাবাজিতো প্ৰকৃতিৰ উপকৰণ নথকা নহয়। উদাহৰণ স্বৰূপে গিৰিমল্লিকাত বহাগীৰ বিয়া, গোলাপ আদি কবিতাবাজি একে শাৰীৰ কবিতা কুঞ্জ। মনিকৰ্ণেশ্বৰ পৰ্ব্বতৰ দাতিত ফুলি থকা এপাহী অকলশৰীয়া বগা মল্লিকা ফুল। কবিৰ মতে এই ফুলপাহী হয়তো কোনোবা কাৰণত শাপভ্ৰষ্টা অপেশ্বৰা নাইবা শিৱৰ তপস্যা ভংগ কৰা প্ৰেমৰ দেৱতা কামদেৱ। কেতেকী আৰু নহিকতৰাও কবিৰ মতে কোনোবা শাপভ্ৰষ্টা অপেশ্বৰা। কবিৰ বেঁহিভ্ৰাষ কবিতাতেই স্বৰ্গ পুৰীৰ এটি সহজতে দুৰ্বলতা দেখিলৈ পোৱা যায়।

গিৰি মল্লিকা, গোলাপ, নৰমল্লিকা ফুলৰ সৌৰভত কবিৰ মন মতলিয়া। কেতেকী, নহিকতৰা ধৰতৰ ফুল আৰু চৰাই ৰূপে অৱতীৰ্ণ হোৱা এইবোৰ সৰগৰ শাপভ্ৰষ্টা অপ্সৰী। কবিৰ কণ্ঠৰ সুৰৰে ক'বলৈ গ'লে বিশ্বপ্ৰকৃতিৰ শীতল সুকোমল বুকুত জাত হোৱা সকলো সৌন্দৰ্য্য সৰগৰ শাপভ্ৰষ্টা নাইবা কক্ষচ্যুত। কবিৰ প্ৰাণৰ এই সহজাত দুৰ্বলতা জীৱনৰ শেষ বয়সত ৰচা উৰ্ব্বশী নামৰ কবিতাটিত প্ৰকাশ পাইছে।

কবিৰ হৃদয় পুঞ্জৰপৰা বাহিৰ হোৱা বেদনা বোধ প্ৰকৃতিৰ কবিতাবাজিৰ মাজত যেন প্ৰকৃতি সেইয়ে সাৰ্থকতা লাভ কৰিছে। কবিয়ে প্ৰকৃতি আহৰি পৰা বিচাৰিছে বিষাদ মলিনা

KKH Library

দীন-হীনা জননী জন্মভূমিৰ মুখ উজ্বল কৰিবৰ কাৰণে জ্ঞান দায়িনী জ্যোতিময়ী দেৱীৰ আৰু কৰুণা সিন্ধু কৰুণাদেৱৰ পৰা এফেৰি কৰুণা। কবিয়ে আবেগময় হেপাহৰে জ্ঞানময়ী দেৱীক কৰযোৰে মাতিছে—অৰ্থাৎ আহ্বান জনাইছে —

আহাহে জননী ইন্দুনিভাননী
দিয়াহি জ্ঞানৰ জ্যোতি

কবিয়ে "বহাগীৰ বিয়া" নামৰ (আহ্বান) কবিতাৰ যোগেদি জড় জগত জীৱ জগত স্বৰ্গ মৰত সকলোকে একেলগে এনাজৰীৰে বান্ধি মোহিত কৰি ৰাখিছে। কবিয়ে উক্ত কবিতাৰ যোগেদি জাতীয় জীৱনৰ চিত্ৰ অৰ্থাৎ অসমীয়া জাতীয় জীৱনৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰাখি অসমীয়া সমাজত প্ৰচলিত এখনি বিয়াৰ চিত্ৰ অঙ্কন কৰিছে। মৰ্ত্তৰ প্ৰহেলিকাৰ মাজতো দীপক সুৰৰ মধুৰ গীতৰ ধ্বনীৰ সন্ধান পাইছে। মহাবিশ্ব জুৰি এক আনন্দপূৰ্ণ বেশৰ নবীন ৰেখাৰ এটি চিত্ৰ চকুৰ আগত আহি উঠিছে। বিশ্ব কবিতাৰ যোগেদি কবিয়ে বিশ্ব স্ৰষ্টাৰ অনুপম কাৰুকাৰ্য্যৰ মহীয়মানৰ এটি বৰ্ণনা দাঙি ধৰিছে। কবিয়ে লুইতৰ পাৰত সেউজীয়া বননিৰ মাজত ফুলি থকা গিৰিমল্লিকা ফুলৰ সৌৰভত কবিৰ অন্তৰত কেনেধৰণৰ ঢৌ তুলিছে তাক বৰ্ণনা কৰিছে—

প্ৰাণপ্ৰিয়া আজি মোৰ বিজন কুঞ্জত
তুলিবানে লয়লাসে হাঁহিৰ তৰঙ্গ ?

হাচনাহানাৰ তীব্ৰ গোন্ধত মাতিৰ সপোন বিভোৰ মাধবী বান্তিৰ গোলাপ ফুলৰ পাহিটি সিবিকি বিদাৰি কবিয়ে দেখিবলৈ পাইছে এখন উপমাহীন প্ৰেমৰ মহামেলা।—

কোন সুন্দৰীৰ সিঁথিৰ গালত
ফুটাই তুলিলে চিকণ কাজ।

ম্লান কালে সুবিমল বিশাল বিলৰ জলৰাশিৰ মাজত ফুলি থকা অনাদৃত ভেট ফুলৰ পাহিৰে সৌৰভৰ পৰা জোনাকক মুখত তুলিবলৈ এফুৰুকি মাৰিছে।

কবিৰ জোন আৰু জোনাকী কবিতাটিৰ মাজেৰে দাসত্ব বাকোনৰ অথবা পৰাধীনতা কালৰ এখনি বিষাদ বেদনাৰে ভৰা কৰুণ সুৰৰ চিত্ৰ অঙ্কন কৰা দেখিবলৈ পোৱা যায়। কবিতাটিৰ মাধ্যমেৰে কবিৰ সি স্বাধীনচিন্তীয়া ভাৱ ফুটাই তুলিছে তাক দেখিবলৈ পোৱা গৈছে। স্বাধীনচিন্তীয়া এটি অকলশীয়া জীৱনৰ সংখ্যাত নিয়ন্ত্ৰিত কঠোৰ নিৰ্য্যাতনৰ মাধ্যমেৰে অগ্ৰসৰ হ'বলগা হলেও কবিৰ মনত সেয়ে স্বৰ্গপুৰিত বাস কৰাৰ সমান সুখ অনুভৱ কৰাৰ সমান।

সেয়েহে ক্ষুদ্ৰহলেও স্বাধীন চিন্তীয়া জোনাকীৰ পোহৰ কবিৰৰ মনত জোনৰ ধাৰাসী পোহৰতকৈ সি বহুগুণে শ্ৰেষ্ঠ।

ক্ষুদ্ৰ হৈ চিৰকাল স্বাধীন বিজন
জগতেই থাকে প্ৰাণ ধৰি।
ভাবিচোৱা সেইজন কিমান মহৎ।
পৰাধীন জীৱনত কৰি।

মৰমৰ পখী কবিতাত কবিয়ে মুকলি মূৰীয়া বনৰ চৰাইক পিঞ্জৰাবদ্ধ কৰি তাৰ সৌন্দৰ্য্য উপভোগ কৰাৰ সকল হেপাহেৰ তাৰ শেষ হৈগছে। কিন্তু বনৰ মুকলি মূৰীয়া চৰাই যেতিয়া মুকলিতৈহ দিগচো বনলৈ উৰা মাৰি গ'ল তেতিয়াহে কবিৰ ধ্যান ভঙ্গ হ'ল।

KKH Library

নিস্বাৰ্থ প্ৰেমৰ কঠিন বান্ধনি
আলফিতে সোলোকাই
নেদেখা শুনা দিগচৌ বনলৈ
গ'ল পখী পুনৰায়।

দহিকতৰা নিসন্দেহে কবি চৌধাৰীৰ শ্ৰেষ্ঠ কবিতা। কাব্য হিচাবে কেতেকীৰ শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিব নোৱাৰি। দহিকতৰা কবিৰ পৰিণত বয়সত ৰচনা কেতেকী কাব্যত প্ৰকাশ পোৱা বিস্ময় বিমুগ্ধতা দহিকতা কবিতাত নাই। কেতেকী কাব্যৰ আৰম্ভণীতে বিস্ময় বিমুগ্ধ দৃষ্টিৰে—

ক'ৰপৰা আহিলি তই চেনাই
কোন দিশে যাব ভৰি
কিয়বা ফুৰিছ দূৰ দূৰণিত
অকলই ঘূৰি ঘূৰি।

কেতেকী কেতেকী ৰঘুনাথ চৌধাৰীৰ অনুপম কাব্য ডঃ বাণীকান্ত কাকতীয়ে কেতেকী কাব্যৰ বিষয়ে মন্তব্য প্ৰকাশ কৰিছে। মহাৰ্ঘীৰ বিয়াত দি মহাবিশ্ব জুৰি আনন্দ পূৰ্ণ বেগা উদ্ভিদ আৰু চৰাই জীৱত আৰম্ভ আছিলে কেতেকী কবিতাত সেই আনন্দই পাৰ ভাঙি আহি মানৱ প্ৰসাদৰ শুকান জীৱনকো প্লাৱিত কৰিছে। প্ৰচেষ্টা তৰহত বিভক্ত কেতেকী কাব্যত কবিয়ে কেতেকী চৰাই জয় গান গাইছে।

মহাবিশ্বত আলোড়ন তোলা অজান পখীটোৰ বুকুতে পাইছে মহা শান্তি আৰু মৃগতৃষ্ণাৰ উপশমৰ বাবে পাইছে কৰুণা এফেঁৰি।

নেজানানে তই পখী তোৰ সিনঙ্গীতে
কাঢ়িনিছে মোৰ প্ৰাণ।
..........................................
বাট দেখুৱাই লইযা সাৰথী
নেথাকোঁ ইহসংসাৰত।

কবিৰ শেহতীয়া প্ৰকাশ নৱমল্লিকাক এবেঁৰাৰতে কথা কবিতা বুলি আখ্যা দিয়াটো সহজসাধ্য নহয়। নৱমল্লিকাৰ প্ৰথম কেইটিমান কবিতাহে সৰ্বাংশতে কথা কবিতা, কাব্যখনৰ শেষৰ ফালে থকা কেইটিমান কবিতা কথা কবিতা গুৱুলি কণিকা হে বুলি আখ্যা দিব পাৰি। শেষৰ কেইখনৰ ৰচনাত কবিৰ ব্যাক্তিগত স্পৰ্শৰ কথা স্বীকাৰ কৰিব নোৱাৰি। ৰঘুনাথ চৌধাৰী প্ৰকৃতি জগতৰ চিত্ৰ অঙ্কনত পাৰদৰ্শিতা লাভ কৰাৰ মূলত আছিল প্ৰকৃতিৰ বাস্তৱ অভিজ্ঞতাৰ সঞ্চয়। প্ৰকৃতিগৰ্ভৰ শ্যামলীলা সৌন্দৰ্য্য, বনৰ চৰাই চিৰিকতিৰ সুললিত বাণ, নদ-নদীৰ আৰু নিজৰাৰ কুলকুল ধ্বনী — এই সকলোবোৰ বাস্তৱ অভিজ্ঞতাই কবিৰ মানস পটত প্ৰকৃতিৰ সুন্দৰ সোৰ্ণত, প্ৰকৃতিৰ মোহনীয় মধুৰ নিৰ্মীয়াৰ বীজ সিচিলে যাৰ দ্বাৰা কবিয়ে আজিও কাব্য সাহিত্যত প্ৰকৃতিৰ সৌন্দৰ্য্যৰ উপাসক হিচাবে যোগ্য আসন লাভ কৰিছে। সেইহে তেখেতক 'বিহগী' কবি বোলা হয়।

১৯৩৫ চনত বহা অসম সাহিত্য সভাৰ ১৬শ অধিবেশনত তাঁকক সভাপতি বৰণ কৰা হৈছিল। দেশৰ ৰাজনৈতিক তথা জাতীয় জীৱনৰ প্ৰতিখন্ধা অৱস্থা কৰ্মপ্ৰেৰণাক আঁতৰাব পৰা নাছিল। মৃত্যুৰ আগমুহূৰ্ত্তলৈকে তেওঁৰ গুৱাহাটীৰ উজান বজাৰৰ আৱাসভূমিত আছিল। মৃত্যুৰ সময়ত কবিৰ বয়স প্ৰায় নব্বৈবছৰ। ১৯৬৭ চনৰ ১৮ নৱেম্বৰ তাৰিখে এইজনা কবিয়ে আমাক কন্দুৱাই এই সংসাৰৰ পৰা চিৰদিনৰ কাৰণে আঁতৰি যায়।

তেখেতৰ আত্মাই স্বৰ্গত চিৰশান্তি লাভ কৰক।

KKH Library

# ঃ জ্যোতিপ্ৰসাদৰ ৰূপালীম নাটকৰ এটি জটিল চৰিত্ৰ অঙ্কন ঃ ইতিভেন ঃ

—তোষেশ্বৰ শৰ্ম্মা
৩য় বাৰ্ষিক কলা

## ( এটি নাটকীয় চৰিত্ৰ বিশ্লেষণ )

KKH Library

সুনৰ সুষমামণ্ডিত বাতাবৰণে মনতক মহিমা মণ্ডিত কৰা সুন্দৰৰ পূজাৰী ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালা আমাৰ মাজৰ পৰা চিৰদিনলৈ আঁতৰি গ'ল। মাত্ৰ তেওঁৰ থাকি গ'ল জীৱন ব্যাপি সাধনা কৰা সুন্দৰৰ স্মৃতিস্তম্ভ স্বৰূপ যুগজয়ী অমৰ লিখনিসমূহৰ অনাবিল অমিয়া মাধুৰী। অসমীয়া সাহিত্যৰ যুগান্তকাৰী নাট্যকাৰ নৱজাগৰণৰ অগ্ৰদূত আগৰৱালাদেৱক আমাক নতুনকৈ চিনাকি কৰি দিয়া আৱশ্যকতা নাই। যুদ্ধৰ ওপৰত অসমৰ আকাশত জ্যোতি প্ৰসাদ আছিল ক্ষণিক কালৰ ছন্দ লৈ অহা এটি স্ফুলিঙ্গ। সেই স্ফুলিঙ্গই অসমীয়াক দিলে আশা ভাষা, আৰু সুৰ। বিশ্বৰ মানৱ সমাজৰ লগত সুস্থ অসমৰ সমাজো একে সুৰে বন্ধা বিশ্বৰে অঙ্গ বিশেষ— সেই কথা সোঁৱৰাই গ'ল।

জ্যোতিপ্ৰসাদৰ কাৰণে জীৱন আছিল এক সামগ্ৰীক স্ফুৰণ আৰু তেওঁ তাৰে আছিল জীৱন্ত প্ৰতিভূ। স্বদেশ চিন্তা, সাহিত্য চৰ্চা, শিল্পকলা, ৰাজনীতি, ব্যক্তিগত জীৱন এই সকলোবোৰৰ সহিতে তেওঁ আছিল এক পূৰ্ণ মানৱ। সুন্দৰৰ সাধনাকেই জীৱনৰ মূল স্বৰূপে জনতাৰ জীৱনৰ পৰা অন্যায় অত্যাচাৰ অবিচাৰ সকলো মচি জনতাৰ হাতত পৃথিৱীখনক দিবলৈ ব্যক্তিস্বাৰ্থ জীৱনৰ লৌহ দুৱাৰ ভাঙি সামূহিক স্বাৰ্থ আগত লৈ সমবায় পোহৰৰ দীপালী পাতি পৃথিৱীলৈ চিৰ সুন্দৰক নমাবলৈ কৰিছিল এক জীৱন্ত বিদ্ৰোহ ঘোষণা। বামনগ্ৰমী, কানীয়া কীৰ্ত্তন আদি সমাজ সংস্কাৰমূলক, জয়মতীৰ দৰে স্বদেশ প্ৰেমোদ্দীপক ঐতিহাসিক আৰু উপাখ্যানমূলক নাটকে যি পৰিণতি লাভ কৰিছিল

তাৰ যোগেদি আগবঢ়ালালেহে অসমীয়া নাট্য সাহিত্যত এটা জাগৰণৰ দুৱাৰ আগবঢ়াই দিলে। অসমীয়া নাট্য সাহিত্য ৰচনাৰ গতানুগতিক ৰীতি পৰিহাৰ কৰি পাশ্চাত্য আধুনীক নাট্যকাৰ ইবচেন বাৰ্ণাডশ্ব'ৰ আদিৰ নাটকীয় কৌশল (Dramatic technique) প্ৰতিতো দৃশ্যসজ্জাৰ কাৰণে বহল নাটকীয় নিৰ্দ্দেশ (Direction) নাটকীয় বচন (Drematic Dialoguel) ঘটনা সজ্জা (Plot Making) অনুকৰণ কৰি এটা নতুন কৌশল (Idea) ব্যৱহাৰ কৰি স্থায়ী ৰূপ দিবলৈ চেষ্টা কৰে যুগ শিল্পী জ্যোতিপ্ৰসাদে। মানৱ সমাজৰ ব্যক্তি জীৱনৰ বিকাশৰ বাধা দূৰ কৰিবলৈ কবি হৈ পৰে সংগ্ৰামী, দেশকৰ্মী, হৈ পৰে সমাজৰ কু-সংস্কাৰৰ জঞ্জাল দূই মচি দিয়া বিপ্লৱী প্ৰাণৰ প্ৰতীক।

ৰূপালীম নাট্যাচাৰ্য্য জ্যোতিপ্ৰসাদৰ চতুৰ্থ কাল্পনিক নাটক। এই নাটকৰ মাজেদি জ্যোতিপ্ৰসাদৰ ৰোমান্তিকৰ কল্পনাবিলাসী মনটো সুন্দৰকৈ পৰিস্ফুট হৈ পৰিছে। এই নাটকতে অন্তৰ্গত এটি জটিল কাল্পনিক চৰিত্ৰ ইতিভেন। ইতিভেনৰ চৰিত্ৰ বিশ্লেষণ কৰাৰ আগতে লক্ষ্য কৰিব লাগিব নাটকখনৰ গভীৰতম স্থানত থকা লিখকৰ মনৰ মাজলৈ। কিয়নো সকলো শিল্পীৰ সৃষ্টিৰ অন্তৰালত লুকাই থকা শিল্পীৰ জীৱন বীক্ষা। ৰূপালীমৰ বিষয় বস্তু যদিও আমাৰ সীমান্তৰ পাহাৰীয়া ভাইভনীৰ দেশৰ জীৱন্ত মানুহৰ ৰূপতে থকা তথাপিতো ই সকলজনৰ গহীন কোনত জীপ পাই সজীৱ হৈ থকা এক জীৱন্ত প্ৰতিছবি। সেয়ে নাটকৰ মাজেদি পাঠকৰ সহস্ৰ চকুত পৰে সন্মুখৰ ৰূপটো।

" শিল্পী মই
অভিনয় সমষ্টিত ব্যক্তিত্বৰ
পাতনি পেলাওঁ।

হয়তো এই ব্যক্তিত্বৰ পাতনি পেলায়েই সৃষ্টি কৰিলে " ৰূপালীম " নাটকৰ জটিল দুৰ্ব্বোধ্য চৰিত্ৰ 'ইতিভেনৰ'। সমালোচকৰ দৃষ্টিৰ পটভূমিত এই ইতিভেন হৈ পৰিল "প্ৰতিশোধ প্ৰিয় ঈৰ্ষাপৰায়ণা নাৰীৰ এক জীৱন্ত প্ৰতিভূ। পুৰুষৰ দৰে সাহস আৰু দৃঢ়মনোবলৰ পৰিচয় দিলেও প্ৰতিদ্বন্দী নাৰীৰ প্ৰতি ঈৰ্ষা আৰু হিংসাৰ পৰা মুক্ত হব নোৱাৰে। অৱশেষ ৰূপালীমক অসভ্য বুলি আৰু ৰুকমীনাৰীৰ গাত কলঙ্ক সনাৰ কাৰণেই ইতিভেনে ৰূপালীমক পুৰি মাৰিলে বুলি কলে ভুল কোৱা হব। ভাবিশ্বামী মনিমুঙ্গই তেওঁৰ পৰিবৰ্ত্তে ৰূপালীমৰ সৌন্দৰ্য্যত মুগ্ধ হোৱাতো তেওঁ সহ্য কৰিব নোৱাৰে। গতিকে ৰূপালীমক পুৰি মাৰি জাতীয় মৰ্য্যদা ৰক্ষা কৰাৰ নামত ইতিভেন প্ৰতিশোধপ্ৰিয় স্বাৰ্থপৰ নাৰীয়েই নাছিলনে? যদি সেয়ে হয়—তেনে ৰূপালীমৰ ৰূপত মনিমুঙ্গ দহ হৈ বল প্ৰয়োগ কৰি নিয়াত ৰূপালীমৰ পিতৃ জুনাফাৰ কাতৰ আবেদনৰ বিনিময়ত ইতিভেনৰ নিজ সহোদৰৰ ৰুকমী ৰজাৰ যি অবিচাৰ সেই অবিচাৰৰ বিদ্ৰোহ কৰি ইতিভেন কিয় ওলাই আহিল—প্ৰকৃত বিচাৰ কৰি ৰজাক পাহৰি যোৱা কৰ্ত্তব্য সোঁৱৰাই দিবলৈ। সুবিচাৰৰ কাৰণে থকা ইতিভেনৰ এই সজাগতা সামাজিক আৰু ৰাজনৈতিক দৃষ্টিভঙ্গিৰ ফালৰ পৰা নহয়নে? যদি প্ৰকৃততে ইতিভেনৰ এই বিচাৰ স্বাৰ্থপৰতাৰে কলুষিত -মাত্ৰ প্ৰতিবন্দি ৰূপালীমক জীয়াই ৰবলগীয়া স্বামীৰ লগত নিজে বিয়া সোমোৱাৰ ইচ্ছা পুৰণৰ হেতুহে তেওঁ ৰজাহেক ৰাকমী ৰজাক "ইতিভেন ভনীটি মোৰ তোৰ ভুল হৈছে। ভাবি চাহোন মনিমুঙ্গক আমি কি কৰিব পাৰো আৰু বিশেষত মনিমুঙ্গ

KKH Library

আমাৰ মিত্ৰ। তাৰোপৰি তোক বিয়া কৰাবলৈ বিচাৰিছে—এই বুজনিত অৱজ্ঞা কৰি নিজৰ হৰষোজা স্বামীক তাচিল্য কৰি ইভিভেনে কিয় কৈছিল "তেনে স্বামী মই বৰণ নকৰো" মোক বিয়া কৰিবলৈ ওলাই মোৰ জাতিৰ এজনী সামান্য নৰ্ত্তকী ছোৱালীৰ সোণ যেন গাৰ বৰণ দেখিয়েই যি এনে নীচ আচৰণ কৰিবলৈকো কুণ্ঠাবোধ নকৰিলে তেনে পুৰুষক মই ঘৃণা কৰো"।

গতিকে এই উক্তিৰ দ্বাৰা আমি ইভিভেনক কেতিয়াও ঈৰ্ষাপৰায়ণতাৰ দোষেৰে কলঙ্কিত কৰিব নোৱাৰো। ইভিভেনে নিজৰ যি তেজোদীপ্ত বানীৰে ৰুকমী ডেকাৰ শিৰে শিৰে নিজ জাতিৰ স্বাধীনতা ৰক্ষাৰ হেতু ধমনিত তেজৰ সোঁত বোৱাই দি মনিমুক্তৰ বিৰুদ্ধে কপালীৰ সতীত্ব ৰাখিবলৈ অভিমান চলাইছিল। ইয়াৰ পৰাও নিসন্দেহে কব পাৰি যে ইভিভেনৰ অন্তৰ স্বাৰ্থপৰতাৰে বুৰঞ্জিত নহয়। আনফালে ইভিভেনৰ কোনো উক্তিকেই আমি কপালীৰ প্ৰতি থকা ঈৰ্ষাপৰায়ণ ভাৱৰ উমান নাপাওঁ। ইভিভেন আছিল জ্যোতিপ্ৰসাদৰ বিপ্লৱী মনীষাৰ এক জ্বলন্ত প্ৰতীক। নাৰী হলেও কৰ্ত্তব্য পাহৰি দুৰ্ব্বলতাক আশ্ৰয় দি কৰ্ত্তব্যচ্যুত হৈ পৰা পুৰুষোচিত মৰণ বিজয়ী অভিযানেৰে ৰুকমী জাতিৰ মান, ৰুকমী কণহাঁৰ সন্মান আৰু ৰুকমীৰ গৌৰৱৰ বন্তিগছ জলাই ৰাখিবলৈ বীৰদৰ্পে ওলাই অহা দুদৰ্ৱতিৰ মহাশক্তি— এইয়া ইভিভেনৰ চৰিত্ৰৰ এক অনন্যা ৰূপ।

ইভিভেনৰ চৰিত্ৰতো নাৰীসুলভ স্বাভাৱিক দুৰ্ব্বলতা থাকিলেও সিমান দোষনীয় হ'ব নোৱাৰে। কাৰণ এইটো স্বভাৱজাত প্ৰবৃত্তি সকলো নাৰীৰ ক্ষেত্ৰতে বিদ্যমান। আনহাতে ইভিভেনে ভাবিছিল কপালীৰ অনিচ্ছাতে মনিমুক্তৰ শৰণ লৈছে। ইভিভেন যোৱা নাছিল-টেঁগছিল দেশৰ মান, জাতিৰ মান ৰাখি অত্যাচাৰৰ বিৰুদ্ধে যুঁজি প্ৰাণাহুতি দিবলৈহে। আনহাতে অত্যাচাৰৰ প্ৰতিভূ মনিমুক্তৰ কামনাৰ বুলি অবলা নিৰাশ্ৰয়া কপালীক উদ্ধাৰ কৰিবলৈহে। সেইকাৰণে নিজৰ ক্ষণিক দুৰ্ব্বলতাক কামনাসক্ত মনিমুক্তৰ সন্মুখত নিজৰ ভালপোৱা প্ৰকাশ কৰি সেই ভালপোৱাতে মনিমুক্তৰ নাৰী দেহৰ প্ৰতি থকা স্বভাৱজাত মোহ আঁতৰাব খুজিছিল। কিন্তু অকৃতকাৰ্য্য হৈ কামুক মনিমুক্তৰ আগত হাজাৰ বাৰ পদাঘাট কৰি বীৰদৰ্পে ওলাই আহিছিল বিপ্লৱী ইভিভেন। ঈৰ্ষাত জ্বলিপুৰি নহয়—আহিছিল মনিমুক্তৰ ভাল পোৱাক উপেক্ষা কৰিহে। তেতিয়া বাৰ্বৰ মনিমুক্তৰ জ্ঞানচক্ষু মুকলি হ'ল, অমানিশা আঁতৰি পোহৰ হ'ল, তেতিয়া বলিৰ পাঠা স্বৰূপ কপালীক মুক্তি দিলে। তেতিয়াই নাটকৰ কাহিনীভাগৰ পৰিসমাপ্তি ঘটাব লগা হয়তো ইভিভেনৰ চৰিত্ৰত ইমান কলঙ্কৰ চেকা লাগিলেহেঁতেন। কিন্তু তাকে নকৰি শেষৰ অঙ্কত দৰ্শকৰ চকুত ইভিভেনৰ নিষ্ঠুৰতাৰ চূড়ান্ত নিদৰ্শন দেখুৱাই প্ৰতিশোধৰ পোৰণিত কপালীৰ সোণ যেন কপটো জ্বলা জুইত পুৰি মাৰিলে। অৱশ্যে এইয়া ইভিভেনৰ প্ৰকৃততে নিষ্ঠুৰতাৰ নিদৰ্শন নহয়। আনহাতে দেৱীসুলভ চৰিত্ৰ কপালীৰ। তেওঁ অসতী বুলি প্ৰতিপন্ন হ'ল। কাৰণ মনিমুক্তই কপালীৰ সতীত্ব নষ্ট নকৰাৰ বিষয়ে কোনো চাক্ষুস প্ৰমাণ নাই। ফলস্বৰূপে ইভিভেনৰ বিচাৰত কপালীৰ শাস্তি হ'ল তাইক পুৰিমৰা। এইখিনিতেই কপালীৰ

KKH Library

শোচনীয় পৰিণতিত যেনেকৈ দৰ্শকৰ মন শোকত বিগলিত হ'ব লগা হয়—ঠিক তাৰ পৰিৱৰ্তে হৃদয়হীন বিচাৰৰ কাৰণে ইতিভেনৰ ওচৰত দৰ্শকৰ ক্ষোভ জন্মে। আনহাতে ইতিভেনে নিজৰ শক্তিপুৰুষৰ খাতিয়ান বিচৰা নাই। তাৰ পৰিৱৰ্তে বিচাৰিছে এক প্ৰতিকাৰ। পৰন্তু ঘটনা প্ৰবাহৰ পৰিশেষত ইতিভেনে অসহায়া ৰূপালীমক সহায় কৰিব নোৱাৰিলে। আৰু নোৱাৰিলে পাপক প্ৰশ্ৰয় দিব। নিঃকলঙ্ক জাতি এটাৰ গাত কলঙ্কৰ চেকা পৰে বুলিয়েই অৱশেষত ৰূপালীমক পুৰি মৰাটোকে কাৰ্য্যত ৰূপায়িত কৰিবলৈ আগবাঢ়ি আহিল। অৱশ্যে সমালোচনাৰ দৃষ্টিকোণৰ পৰা চাবলৈ গলে ইতিভেনে ৰূপালীমক ক্ষমা কৰিব পাৰিলেহেঁতেন, কিন্তু সেইটো কৰিলে দুষ্কৃতিৰ চিৰশত্ৰু ইতিভেনে ক্ষমা কৰিব লাগিব কলঙ্ক-মগ্নী পাপ পঙ্কিলতাক।

মোৰ ব্যক্তিগত সমালোচনাৰ তুলাচনীত চাবলৈ গলে জ্যোতিপ্ৰসাদৰ 'ৰূপালীম' কাল্পনীক নাটকৰ ইতিভেন চৰিত্ৰ এটি ক্ষণিক কালৰ স্ফুলিঙ্গৰ ধূমকেতু সদৃশ— হঠাতে অন্ধকাৰ যেন পৃথিৱীত আৱিৰ্ভাৱ হৈ পোহৰৰ বাবে বিদ্ৰোহ ঘোষণা কৰা এক জীৱন্ত তাণ্ডৱ। ইতিভেনৰ জীৱন কৰ্মিকতাৰ মাজেদি যি সন্ধান পাওঁ সি সঠিক এক ব্যতিক্ৰম। সেয়েহে সাধাৰণ মানুহৰ দৃষ্টিভঙ্গীৰে ইতিভেনৰ চৰিত্ৰ পৰ্য্যালোচনা কৰিলে মাত্ৰ আমি দেখিবলৈ পাম এটা দিশ— সেইটো হৈছে ঈৰ্ষা আৰু জলন্ত প্ৰতিশোধ। কিন্তু প্ৰকৃতাৰ্থত তেওঁৰ কাৰ্য্যক্ৰমনিকাৰ মাজত এই কথাই পৰিস্ফুট হৈ পৰিছে যে এই সুন্দৰ পৃথিৱীত অসুন্দৰৰ স্থান একেবাৰেই নাই ?।



॥ ৰস ৰচনা ॥

ৰঙেৰেকীয়া সাহিত্য প্ৰতিযোগিতাৰ "ৰম্য ৰচনা" শিতানত প্ৰথম পুৰস্কাৰ প্ৰাপ্ত —

# পূ—জা

— প্ৰবীন কুমাৰ ভট্টাচাৰ্য্য
চূড়ান্ত বাৰ্ষিক স্নাতক
বিজ্ঞান

হেঃ হেঃ পূজা বুলি কওঁতেই আপুনি দাঁত উলিয়াই দিলে। হৰি! হৰি! আপুনি দেখোন ৰঙা, নীলা, হালধীয়া আদি ফুলেৰে কৰণি ভৰাই আনি একবস্ত্ৰ পৰিধান কৰিছে! কি আপুনি দিনটো উপবাসে আছে—!! "কেলেই" হেৰি! আপুনি দেখোন অনৰ্গল মন্ত্ৰকে আওৰাইছে। হেৰি! আপোনালোকে এইবোৰ কেলেই কৰিছে বাৰু? আপোনাক বাৰু বামদেহু ৰঙেৰে ফুল গোটাবলৈ কোনে কৈছে? আপুনি জানেনে নাই যে বৰ্ত্তমান যুগত দেৱীৰ ওচৰত ফুলৰ প্ৰয়োজন নাই? কি? আপুনি কি কৈছে। পুষ্পাঞ্জলি কিহেৰে কৰিব? আপুনিও আৰু বাৰুকৈয়ে ঔকণা নেই? বৰ্ত্তমান পূজাত কোনো পুষ্পাঞ্জলিৰ প্ৰয়োজন নাই। আগত অৱশ্যে গোসাঁনীয়ে পূজা বিচাৰিছিল, কিন্তু বৰ্ত্তমান কেৱল কেইক জাকজমকতাৰে সজাব পাৰে সেইটোহে বিচাৰে। যি অনুষ্ঠানে গোসাঁনীৰ বেদী, মণ্ডপ, কাপোৰ-কানি আদি জকমকীয়া কৰে, তেওঁৰেই দেৱীৰ আশীৰ্ব্বাদ লাভ কৰে। আপোনাৰ নামটো কি ক'লে— কি হৰিপদ পূজাৰী। আপোনাক বাৰু উপবাসে থাকিবলৈ কোনে কলে? কি দেৱীৰ পূজা আপুনি কৰিব যেতিয়া আপোনাৰ উপবাসে নাথাকিলে পাপ হব?— শুনি মাৰকহে আপোনাৰ পাপ? বৰ্ত্তমান যুগত খালীপেটে থাকিলেহে পূজাৰীসকলে পাপ কৰা হয়। কেলেই অমুক চক্ৰবৰ্ত্তীয়ে ডবল খানা খাই পূজা কৰা স্বত্বেও দেখোন তেওঁৰ নদন-বদন অৱস্থা— মাত্ৰ আনৰ আগত নাখাই মনে মনে খালেহে আপুনি প্ৰকৃত পূজাৰী হব— হেঃ হেঃ যোৱাবাৰ ভকত ডুজনমানে মোৰ ঘৰত চাহ এটুপিও নিয়ম ৰক্ষাৰ বাবে নাখালে কিন্তু আধুনিক ভকতৰ সূত্ৰ অনুসৰি তেখেত সকলে 'স্বৰ্গ'

KKH Library

নামৰ হোটেলত নৈবিদ্য ভক্ষণ কৰি আছিলে। আপোনাৰ নামটো কি ক'লে? কি ত্ৰিলোচন বৰকটকী—আপোনাক বাৰু মন্ত্ৰবোৰ আওৰাবলৈ কোনে কলে, কি আপুনি মন্ত্ৰ পাঠ কৰিব? হবি হবি আপুনি মন্ত্ৰ পাঠ কৰি সকলোকে Bore নকৰিব দেই!, আজি কিছুদিনৰ আগতে গোসাঁই-নীয়ে সকলোকে সপোনত দেখুৱালে যে, প্ৰত্যেকে পূজাৰ মণ্ডপত হিন্দী গানৰ সলনি অন্য কিবা বজালে সকলোকে চাবখাৰ কৰিব আৰু সেই-হে পূজা মণ্ডপত হিন্দী গানৰ ৰেকৰ্ড বজাবলৈ ঠিক কৰিলে। আনকি পূজাৰীয়ে মন্ত্ৰ লোৱাৰ সময়তো Full volume ত "মেনে তুমকো দেখা, তুমনে মুজকো দেখা এইছে"--'আনি ৰেকৰ্ড' বজায়, যাৰবাবে পূজাৰীয়ে নিজেই কি কৰিছে তাকে ক'ব নোৱাৰে—পূজাৰীয়ে এই কাৰ্যত ভালেই হয় কাৰণ পূজাৰ মন্ত্ৰ পাহৰিলে 'শাস্ত্ৰ মন্ত্ৰটোকে' সহবাৰ পাঠ কৰিলেও কোনেও তত ধৰিব নোৱাৰে। সেইজানি আপুনি মিছাতে মন্ত্ৰ আওৰাই টেঁটু নফালিব। আপোনালোকে কি কলে? কি মই অধৰ্মী নাস্তিক! মোৰ ৮ বেহু প্ৰায়শ্চিত্ত হব লাগে, হেবি! মোক মিছাতে কেলেই গালি পাৰিছে বাৰু? বৰ্তমান আধুনিক যুগত কেনেকৈ বিভিন্ন দিশত পূজাৰ প্ৰাচীন তথা জৰাজৰ্য যুগতকৈ উন্নতি (?) হৈছে তাকেহে মই কৈছো। হেঃ হেঃ আপোনালোকে যদি বেয়া নাপায় তেনেহলে পূজাৰ আগমনৰ লগে লগে কেনেদৰে নগৰৰ চৌদিশে উৎসৱমুখৰ হয় আৰু কেনেদৰে তেওঁলোকে তাক অতিবাহিত কৰে তাক ধূলমূলকৈ আপোনালোকৰ আগত ভাঙি ধৰিব খুজিছো—

প্ৰথমতেই পূজাৰ এমাহ মানৰ আগতে পৰা বিভিন্ন পূজা কমিটিৰ বিষয়বৰীয়া আৰু সদস্য সকলৰ গাতত্ত নাইকিয়া হয়। সমিতিৰ সম্পাদকৰ চিনাকি তথা গাড়ী থকা ডেকনমানক মাত্তি প্ৰথমতে পূজা কেনেকৈ পাতিব লাগে তাক আলোচনা কৰে। (তেওঁলোকে লাগিলে পূজাৰ বিষয়ে একোকে নাজানক) তাৰ পিচত কিবা এটা মূল্যৰ টকা সেই অঞ্চলৰে বাবে (এটকাৰ আৰু নোহোৱাৰ বাবেও) নিৰ্দিষ্ট কৰি দিয়ে। তাৰ পিচত চাঁদা তোলা আৰম্ভ কৰি দিয়ে। তুখীয়া সকলক সেই সময়ত নানান ভোল লোৱা কথা কৈ টকা আদায় কৰে। মুঠ টকাৰ অলপ জমা কৰি বাকী খিনিৰে যাবতীয় নিশাৰ খৰচ কৰি বিষয়বৰীয়া সকলৰ আত্মীয় স্বজনৰ বাবে প্ৰসাদৰ বাবে তথা চাহ জলপানৰ বাবে বন্দবস্ত কৰে। ইয়াৰ বাহিৰে অন্য কোনো মানুহে চাহ জলপান তথা প্ৰসাদৰ ভাগ নাপায়—পোনপটীয়াকৈ তেওঁলোকে এওঁলোকৰ প্ৰবেশ নিষেধ নকৰি কাৰ্যৰ যোগেহে তাক প্ৰকট কৰি দিয়ে। (চান্দা ল'বৰ সময়ত হলে সকলোকে সমান অংশ দিয়াৰ প্ৰতিশ্ৰুতি দিয়ে)। ফলত সমান মূল্যৰ চান্দা দিয়া স্বত্বেও মাত নথকা সকলৰ ভাগত পৰিচালকে দূৰৰ পৰা হাটিওৱা চাউল কেইটামানৰ বাহিৰে অন্য একোৱেই নপৰে। শুপুতে সকলো বস্তু বিষয়বৰীয়া সকলৰ আত্মীয় স্বজনৰ মাজত বিতৰণ কৰি পেলায় হেবি, এইবাৰ আমাৰ এজেকাৰ সম্পাদকজন দেখোন Compulsory retirement লোৱা বিষয়া, তেওঁৰ ওপৰত বোলে বিৰাট টকাৰ অপচয়ৰ অভিযোগ ?? আকৌ তেওঁৱেই দেখোন পূজাৰ সৰ্ব্বেসৰ্ব্বা। আগতে কৰা পাপকাৰ্যৰ প্ৰায়-শ্চিত্তৰ বাবেও এই অনুষ্ঠানৰ লগত জড়িত হৈ আছে। চাকৰী কৰাৰ সময়ত আৰম্ভো তেওঁ

KKH Library

সেই কালে যুব কৰাৰ সময়কে নাপায়। চাকৰি যোৱাৰ পাছত তেওঁ আৰু এইবোৰৰ মাজতে Popular হয় (ভুয়োকালে)। হেঃ হেঃ দীঘলি-পাৰাৰ পূজা সমিতিৰ সম্পাদকে ক'তা চাকৰী বাকৰী নকৰাকৈ আৰামত চলি আছে। গতিকে পূজাৰ এমাহমানৰ আগৰে পৰা এই এই সকল লোকৰ গা সাতখনআঠখন হয়। পূজা শেষ হোৱাৰ পাছত এই ভক্ত সকলে গোসাঁনীক বিসৰ্জ্জন দিয়াৰ পাছৰ পৰা পুনি পূজা নহালৈকে নগৰ এক বছৰ শোকবৰ্ষ পালন কৰে অৰ্থাৎ পূজাৰ এমাহ মানৰ আগৰে পৰা যোৱা কিন্টাৰৰ সলনি 'খ্লাজা' বা 'চাৰমিনাৰ'ৰ ব্যৱস্থা কৰে। সেই সময়ত কাৰো ইস্ত্ৰিৰ সাজ পোচাকত মযুলাই ধৰে আৰু মটৰ গাড়ী-নিয়া পৰিত্যাগ কৰি পদব্ৰজে ভ্ৰমণ কৰিবলৈ ধৰে। চকুচৰহা সকলে কয় যে এওঁলোকে পূজাৰ পইচা মাৰি অলপদিন আওত থাকে আৰু সেই পইচা শেষ হোৱাৰ লগে লগে এনেদৰে চলে। আচলতে গভীৰ ভক্তিত আপ্লুত হৈ এই ভক্তসকলে গোসাঁনী বিসৰ্জ্জনৰ বেদনাত মুখত কি চিগাৰেট আছে, কি সাজ পিন্ধিছে আৰু ক'ত গৈছে আদি সকলোবোৰ পাহৰি যায়। এই চতুৰ চেলাউৰী নাইকিয়া উঠিয়া হিপিটো! তুই কি কলি? কি পূজাধৰত সকলোৱে থাকি ধই ক'ৰ নোৱাৰা হৈ থাকে: মহাপাপী! পূজাত ইমান ঘূৰি লকি পৰিশ্ৰম কৰে, তাক উপশম কৰিবৰ বাবে তেওঁলোকে দৰব হিচাপে অলপমান বিলাতী পানী খালেই জানিবা, তাতনো তহঁতৰ কি হ'ল?"

পূজা অহাৰ লগে লগে আৰু এক শ্ৰেণীৰ মানুহৰ মাজত হুলস্থুল লাগে। তেওঁলোক হ'ল নাটক কৰা দল। পূজাৰ এমাহ মানৰ আগৰে পৰা এওঁলোকৰ মাজত তত নাইকিয়া হয় আৰু নাটক যোগাৰ কৰি তাত লগা অভিনেত্ৰীৰ বাবে, অভিভাৱকৰ ভৰিহাতে ধৰি যোগাৰ কৰি খুব সুন্দৰ ভাবে নিৰ্বাচন কৰে। এওঁলোকে ইমান দুনীয়া নিৰ্বাচন কৰে আৰু ভাল অভিনয় কৰাৰ প্ৰতিশ্ৰুতি দিয়ে যে বহুতে পূজাৰ দিনা ভাল অভিনয় দেখাৰ আশাতে বাট চাই থাকে, আৰু তেওঁলোকক ভাল অভিনয় দেখুৱাবলৈ আমাৰ অভিনয় গোষ্ঠিয়েও নিৰ্বাচন আৰম্ভ কৰি সাজু হয়। অৱশ্যে যদি ৭বজাত আৰম্ভ কৰিম বুলি কৰা তেনেহলে ৮বজাত আৰম্ভ কৰে। কিন্তু অৱশ্যে অনিবাৰ্য কাৰণবশতঃ সময়ত আৰম্ভ কৰিব নোৱাৰাৰ বাবে ক্ষমা বিচাৰে। দৰ্শকেও অনিবাৰ্য্য কাৰণতে ক্ষমা কৰে। বহুত দিনৰ আগৰ কথা বাস্তৱা তথা দেৱীৰ পূজাৰ বাবত ভক্তসকলে সোমৰস এটুপি ধৰিছে মঞ্চত ভৰি দিয়ে। সোমৰসৰ কৃপাত তেওঁলোকে ইচ্ছামত বচন দিয়ে যাতে আৰু অৰ্জ্জুনে কাছেই যুদ্ধ কৰে, দুৰ্য্যোধনৰ ৰথৰ সাৰথী হয় শ্ৰীকৃষ্ণ। এইদৰে নাটক ভঙাৰ পাছত পৰিচালকে সমূহীয়া ভাবে ক্ষমা বিচাৰে। ইয়াৰ পাছতেই আৰম্ভ হয় আচল অভিনয় গ্ৰীণ ৰুমত। অভিনেত্ৰী সকলে সোমৰস পান নকৰিলেও পান কৰিবলৈ বাধ্য কৰি মদনকাণ্ড অভিনয় আৰম্ভ কৰে ইত্যাদি.........

সেইহে এই সকলে পূজাৰ আগমনৰ লগে লগে এওঁলোকৰ গা সাতখন আঠখন নোহোৱাৰ

KKH Library

কথাই নাই, তেওঁলোকৰ মতে গোসাঁনীৰ আশীৰ্বাদৰ বলতেই তেওঁলোকে বছৰি বছৰি গ্ৰীনৰুমত মদনৰ ভাও দিবলৈ সক্ষম হৈছে—মা গোসাঁনীৰ ভক্তিত আপ্লুতহে এই সকলে প্ৰতি বছৰে এনে অভিনয় কৰি আহিছে আৰু কৰিবও।

ইয়াৰ পাছত আহিল আমাৰ দেশৰ তৰুণ তৰুণীসকলৰ কথা। নগৰৰ প্ৰায়বোৰ ছোৱালীয়ে প্ৰতি বছৰ প্ৰমোচন পাই, প্ৰেমিক সলনি কৰে, তই কি ক'লি—কি এইটো মিছা কথা? হেৰৌ! তোৰ খুৰীয়েৰৰ ছোৱালী উমাই অষ্টম মানত তৰুণক নৱম মানত দেৱক, দশমমানত উৎপলক আৰু মেট্ৰিক পাছ কৰি গাড়ীথকা ঠিকাদাৰৰ লগত প্ৰেম কৰা নাই জানো। এওঁলোকৰ নিচিনা বোলে পূজাৰ এমাহৰ আগৰে পৰা বেলেগ বেলেগ ঠাইত এন্‌গেইজমেণ্ট কৰি থোৱা থাকে। তেওঁলোকৰ মতে মনৰ প্ৰেয়সীক হেপাহ পলুৱাই পাবৰ বাবে পূজাই হ'ল উপযুক্ত উপলক্ষ্য। প্ৰেমিক প্ৰেমিকাই ঘৰত কয় আজি আমাৰ বন্ধু বান্ধৱী মিলি অমুক ঠাইত পূজা চাবলৈ যাম—ঘৰত কোনো আপত্তি নাই। ফলত কই থক হেপাহ পলুৱাই হৈল কথা পাতিলে নয়ন ভৰি চালে আৰু............................। গতিকে এই সকলে কোন সন্তোষে পূজাৰ বাবে সাজু নাথাকিব। সৰ্বসাধাৰণতে তেওঁলোকে দিনটোত এবাৰ মানহে লগ পায়, তাতো ধৰা পৰাৰ ভয় থাকে কিন্তু পূজাত কোনো ভয়ৰ কাৰণ নাথাকে। ইয়াৰ লগে লগে যি সকল ডেকাই পূজাৰ আগমনৰ লগে লগে উৎসাহিত হৈ পৰে, তেওঁলোক হ'ল লগৰী নথকা ডেকা বা লগৰী নথকা গাভৰু। বাতিপুৱাই পূজাৰ স্থলীলৈ যাও বুলি নগৰৰ সকলো বোৰ গলি আৰু উপগলিত ঘূৰি ফুৰাই আছে। পূজাৰ স্থলীত গোট খোৱা গাভৰুৰ কাষে ডেকাৰ চকু আৰু মাজত চিগাৰেট হোপি থকা ডেকাৰ কাষে গাভৰুয়ে চকু হৈ দেৱীক অন্তৰত পূজা কৰে। সেই কেইদিন মাক বাপেক, ককাই-ভনী একেলগে আহিবলৈ অসুবিধা হয়। ডেকা সকলে ভক্তিতে অন্তৰৰ পৰা পৰা সকলো বিশেষ্য, বিশেষণ, বিশেষণীয় বিশেষণৰ কথা আৰম্ভ কৰি দিয়ে। গতিকে ডেকা সকলে অন্তঃকৰণে হৈসতে পূজা মহালৈ বাট চাই থাকে। সেই কেইদিন তেওঁলোকে মনৰ আনন্দতে জেপত থকা পইচাৰে বিলাতী পানী খাই পাশা খেল খেলে। যিবিলাকৰ ঘৰত বিলাতী পানী খালে গালি পৰাৰ ভয় থাকে, তেওঁলোকে পূজা বুলি কিবা এটা প্ৰব্ৰেম উলিয়াই অকনমান হলেও সোৱাদ লয়। মুঠতে আজি কালি পূজাত কোনেও আগৰ দৰে মূৰ্ত্তিৰ আগত উপবাসে থাকি পূজা নকৰে। শতিকা আগবঢ়াৰ লগে লগে পূজাৰ ৰীতি নীতি সম্পূৰ্ণ বেলেগ হৈ গৈছে। যি সকলে আগৰ নিয়মেৰে পূজা মানে তেওঁলোক 'মান্ধাতা যুগৰ বুলি অভিহিত কৰা হয়। যি সকলৰ পূজাৰ আগমনত উপকৃত হয় সেই সকলেহে পূজাৰ বাবে আগ্ৰহেৰে বাট চাই থাকে।



KKH Library

॥ গল্প ॥

# মৰম বিচাৰি

নীৰদা হাতীবৰুৱা
১ম বাৰ্ষিক স্নাতক (কলা)

পুৰাৰ সৌন্দৰ্য্য কিমান মধুৰ—পৰীয়ে তাক উপলব্ধি কৰিবৰ কাৰণে গাভিপুৰা সোনকালে বিচনা এৰিলে। তাই দেখোন আজি পৃথিৱীখনক নতুনকৈ দেখিছে যেন লাগিছে! দিনৰ পৃথিৱীখনৰ লগত এই পুৱাৰ পৃথিৱীখনৰ কোনো তুলনাই নাই দেখোন! নিজকে বুজনি দি পৰীয়ে কলে— "নহয়, নহয়, পৃথিৱীখন একেদৰেই আছে ইয়াৰ কোনো পৰিবৰ্তন হোৱা নাই; কেৱল মোৰ মনত পৃথিৱীখনহে পৰিবৰ্তন হৈছে।" তাই বাহিৰৰ পৃথিৱীখনৰ ইমান মনোমোহা সৌন্দৰ্য্য বহুতদিনেই উপভোগ কৰিবলৈ পোৱা নাই।

এইদৰে তাই গৈ গৈ আগফা ৰ ফুলনি ডবাৰ মাজত থকা সৰু বেঞ্চখনত বহি পৰিল। বহাৰ লগে লগে তাইৰ মনলৈ বিষাদৰ জোৱাৰ নামি আহিল। কিয়নো এই বেঞ্চখনত বহিয়েই আজিৰ পৰা সাত বছৰৰ আগতে শান্তনু ভূঞাৰ লগত সাংসাৰিক জীৱনৰ সোণালী সপোন ৰচিছিল। কিন্তু পৰী আৰু শান্তনুৰ সেই সপোন সপোন হৈয়ে থাকিল। তাক বাস্তৱত ৰূপায়িত কৰাৰ আগতে শান্তনু হেৰাই গৈছিল

বিমল ঠিকাদাৰৰ একমাত্ৰ পুত্ৰ শান্তনুৱে মাক দেউতাকক অকলশৰীয়া কৰি গুচি গ'ল আৰু পৰী— জীৱন বাটত তাই পৰি ৰ'ল এটা মৰহা ফুলৰ পাপৰিৰ দৰে। পৰীও ডাঃ অজয় কাকতিৰ একমাত্ৰ সন্তান। নিপুত্ৰক কাকতি দম্পতীৰ এক-মাত্ৰ সন্তান হিচাবে পৰীয়ে সকলো কাম কৰাৰ অধিকাৰ মাক-দেউতাকৰ পৰা পাইছিল, আৰু পাইছিল অপৰ্য্যাপ্ত মৰম। নতুন ইঞ্জিনীয়াৰ শান্তনু ভূঞাৰ লগত পৰীক পৰিচয় কৰাই দিছিল অজয় কাকতিয়ে নিজেই। সুদৰ্শন চেহেৰাৰ শান্তনুৰ নম্ৰ ব্যৱহাৰত অজয় কাকতি বিমোহিত হৈছিল। মনে মনে ঠিৰাং কৰিছিল—শান্তনু পৰীৰ বাবে নিশ্চয় উপযুক্ত হ'ব। সেয়েহে প্ৰথমদিনা শান্তনুৱে ভাৰা ঘৰ বিচাৰি আহি অজয় কাকতিৰ ঘৰ সোমাওঁতে তেওঁক এৰি দিব খুজিছিল।

অতি কম সময়ৰ ভিতৰতে শান্তনুৱে কাকতি পৰিয়ালৰ তিনিওটা প্ৰাণীৰে অন্তৰ জয় কৰি পেলালে। তেওঁ হৈ পৰিল কাকতি দম্পতীৰ মৰমৰ 'শান্তনু বোপা' আৰু পৰীৰ ? পৰীৰ অতিকৈ চেনেহৰ 'তনু'। শান্তনুৱে এদিন প্ৰস্তাৱ

দিলে পৰীক বিয়া কৰোৱাৰ। কাকতি দম্পতীয়ে হাঁহি মুখেৰেই সেই প্ৰস্তাৱ গ্ৰহণ কৰিলে। দুয়োটা পৰিয়ালৰ মাজত অহা যোৱা আৰম্ভ হ'ল। কিন্তু ঈশ্বৰে ইমান বেচি সুখ কাকো নিদিয়ে। নিয়তিয়ে শান্তনুক তেওঁলোকৰ মাজৰ পৰা কাঢ়ি নিলে। মটৰ দুৰ্ঘটনাত মৃত্যু হোৱা শান্তনুৰ খবৰ পাই দুয়োটা পৰিয়াল ভাগি পৰিল। আৰু পৰী—? পৰী হৈ পৰিল স্থবিৰ। তাই মুখৰ হাঁহি চিৰদিনলৈ হেৰাই গ'ল। স্বয়ং দেউতাক ডাঃ কাকতিও হাঁহি গ'ল। আজি সাতোটা বছৰ তাই কাৰো লগত সংস্পৰ্শ ৰখা নাই। নিজৰ সৰু চহৰখনৰ সৰু কলেজখনৰ অধ্যাপিকা হিচাবে নিজৰ পথ বাচি লৈছে। কলেজত এজাক ল'ৰা ছোৱালীৰ মাজত থাকি থাকি পৰীৰ মনলৈ কিছু পৰিবৰ্ত্তন আহি পৰিল। পৰীৰ ওঁঠত আকৌ হাঁহি বিৰিঙি উঠিল। মাক দেউতাকৰ মনো আনন্দত দুলি উঠিল। সেয়েহে দেউতাকে নতুনকৈ অহা ডাঃ অমৃত ফুকনৰ লগত তাইক চিনাকি কৰি দিলে। সেই চিনাকিৰ আঁৰত কাকতি দম্পতীয়ে পৰী পুনৰ সুখী হোৱাৰ সপোন দেখিছিল। পৰীয়েও অমৃতক আদৰিছিল কিন্তু ঘৰলৈহে, তাইৰ হৃদয়লৈ নহয়। তাই অমৃতক হৃদয়ৰ ভূষণ স্বৰূপে ল'ব নোৱাৰিলে, মাক-দেউতাকে তাইক কয়, অমৃতৰ লৈতে ঘূৰিবলৈ। কিন্তু পৰী অলৰ, অচৰ, তাই মাক দেউতাকৰ বাহিৰে কাৰো লগতেই বাহিৰলৈ নোযায়, নিজৰ কোঠাটো আৰু দেউতাকৰ লাইব্ৰেৰী ৰুমটো—তাইৰ যাতায়ত ইয়াৰ ভিতৰতে সীমাবদ্ধ।

পৰীৰ মাক-দেউতাকে বিচাৰিছিল— তাই শান্তনুক পাহৰি যাওঁক। সেয়েহে এদিন মাকে তাইক নিজৰ কোঠালৈ মাতি আনি মূৰত হাত ফুৰাই কৈছিল। অমৃতক বিয়া কৰাবলৈ। পৰী নিৰ্ব্বাক, নিস্তব্ধ হৈ পৰিছিল। 'শান্তনু'ক তাই কেনেকৈ পাহৰিব? তাই কান্দি কান্দি মাকক তেনে কথা পুনৰ নকবলৈ অনুৰোধ কৰিছিল। মাক উপায়বিহীন হৈ পৰিছিল। তেওঁ জীয়েকৰ মনোবেদনা বুজিছিল। দেউতাক কিন্তু নাচোৰ বান্দা—পৰীয়ে অমৃতক বিয়া কৰাবই লাগিব। তেওঁ মানসিক চিকিৎসকৰ দৃষ্টিভঙ্গীৰে, পিতৃ হৃদয়ৰ আকুলতাৰে বুজিছিল, পৰীৰ বেদনা। কিন্তু শান্তনুৰ স্মৃতিয়ে যে তেওঁৰ একমাত্ৰ সন্তানক চিৰকুমাৰী কৰি ৰাখিব— এই বেদনাই তেওঁ খুলি খুলি খাইছিল। সেয়েহে তেওঁ অমৃতলৈ বুলিয়েই হওক পৰীক বিয়া দিয়াত বদ্ধপৰিকর হৈছিল। পিতৃস্নেহৰ কাষত তেওঁৰ অভিজ্ঞতাই হাৰ মানিছিল। পৰীৰ সমগ্ৰ অতীত অমৃতে ইতিমধ্যে জানিছেই। বেদনা বিধুৰা পৰীজনীৰ বেদনা কিছু লাঘৱ কৰিব পাৰিব বুলি ভাবিয়েই তেওঁ পৰীৰ দেউতাকৰ প্ৰস্তাৱত সন্মতি দিছে।

আজি দেওবাৰ। ডাঃ কাকতিৰ প্ৰিয়তম বন্ধু কনক বৰা ঢুকাল। খবৰটো পায়েই কাকতি কাকতিয়ানী চাপৰি মেলিলে উধাতু খাই; বন্ধুৰ ঘৰলৈ। ঘূৰি আহোঁতে নিশ্চয় কিছু দেৰী হ'ব। পৰী ফুলনিৰ বেঞ্চখনৰ পৰা উঠিল। কালি ৰাতিৰ দেউতাকৰ কথাখিনিৰ নিশ্চয়তা আজিয়েই কৰিব লাগিব। তাইৰ কাণত ভাহি উঠিল দেউতাকে কালি কোৱা কথাষাৰ— "তই অমৃতক বিয়া কৰাবই লাগিব। অন্যথা মোৰ ঘৰত তোৰ স্থান নহ'ব।" তাই কেনেকৈ বুজিব অতিকৈ মৰমৰ তাইৰ দেউতাক ইমান কঢ়; ইমান নিষ্ঠুৰ

KKH Library

কেনেকৈ হ'ল, কিয় হ'ল! সন্তানৰ মঙ্গল কামনাৰ বাবে পিতৃ মাতৃ কিমান তললৈ নামিব পাৰে, তাই কেনেকৈ বুজিব!

লাহে লাহে গৈ তাই দেউতাকৰ কোঠাত সোমালগৈ। দেউতাকৰ মেজখনৰ দৰাজ খোলা ড্ৰেৱাৰ কেইটা খুলি কিবা বিচাৰিবলৈ ধৰিলে। অৱশেষত পালেগৈ তাইৰ বাঞ্ছিত বস্তুটো—এটা স্লিপিং টেবলেটৰ বটল, বাচি বাচি আঠোটা টেবলেট লৈ তাই নিজৰ কোঠা পালেহি, হঠাতে শ্ৰীকৃষ্ণৰ ফটো খনত দৃষ্টি পৰাত তাই চমক খাই ৰ'ল—তাই কি কৰিব খুজিছে এয়া! নাই, নাই ই হবই লাগিব, তাই আজি সকলোৰে মৰমৰ পৰা বঞ্চিত কিন্তু 'তনু'—তনুৱেতো তাইক কেতিয়াও প্ৰতাৰণা নকৰে! আজি তাই যাবই লাগিব তনুৰ কাষলৈ, তাইৰ বাবে বৈ বৈ তনু নিশ্চয় পৰিশ্ৰান্ত হৈ পৰিছে। আজি সেই পৰিশ্ৰান্তিৰ অৱসান ঘটাবই লাগিব। 'তনু' অলপক ধৈৰ্য্য ধৰা। মই গৈছো তোমাৰ কাষলৈ'—অস্ফুট স্বৰেৰে কৈ পৰীয়ে আঠোটা টেবলেট এটা এটাকৈ খাই বিচনাত বাগৰ দিলে। লাহে লাহে তাইৰ টোপনি আহিল—গভীৰ টোপনি। তাইৰ সেই টোপনি আৰু কোনোদিন নাভাগে। বাহিৰত তেতিয়া ডাঃ কাকতিৰ গাড়ীৰ হৰ্ণ শুনা গৈছিল।



KKH Library

যোৰহাটত মনোৰঞ্জন তামুলীৰ নাম শুনিলে বহুত মানুহেই চিনি নাপায়। কিন্তু প্ৰিন্সিপাল বুলি কলে তেওঁক যোৰহাটৰ সৰ্ব্বাধিক বাসীন্দাই চিনি পায়। সেই বুলি তেওঁ কলেজ বা তেনে কোনো Institution ৰ Principal নহয়।

# ঃপ্ৰি ন্সি পা লঃ

আৰু Principal হ'বৰ বাবে বিশ্ববিদ্যালয়ে নামৰ পিচত লগাই দিয়া চকুচকীয়া (M.A.) বাখৰখনো তেওঁৰ নাই। কিন্তু তেওঁ Principal হোৱাতো আখ্যান আছে।

Principal ৰ এটা গুণ আছে। যাবে

শ্ৰীতপন চন্দ্ৰ গগৈ
২য় বাৰ্ষিক স্নাতক
(কলা)

তাৰে লগত তেওঁ কথা নাপাতে। যাক তেওঁৰ ভাল লাগে তেওঁৰ লগতহে তেওঁ কথাৰ মহলা মাৰে। তেওঁৰ কথাৰ গানগথন ডাঙৰ, বহল। কিন্তু অগভীৰ। আৰু গভীৰতা থাকিলেও তেওঁৰ বৈসাদৃশ্য কথাৰ মাজত সেই গভীৰতা উপলব্ধি কৰা বৰ কঠিন।

মানুহৰ কথাবিলাক বুজিব পাৰি। বাহিৰৰ মানুহটো মানুহে দেখা পায়। কিন্তু ভিতৰৰ প্ৰতিটো মানুহেই মানুহৰ বাবে দুৰ্ব্বোধ্য।

Principal ৰ বিসঙ্গতি পূৰ্ণ কথাৰ বাবে আনে হাঁহে। কিন্তু কৰ্ত্তাজনে অৰ্থাৎ Principal এ কেতিয়াও নাহাঁহে। অগত্যা হাঁহিব লগা হলেও এনেধৰণৰ এটা খিক্-খিকৈ হাঁহি মাৰে যিটো হাঁহিয়ে তেওঁৰ শ্ৰোতাসকলক পুনৰ হঁহুৱাব পাৰে। এই লানি নিছিগা লাগ্-বান্ধ নোহোৱা কথা আৰু হাঁহিটোৰ বাবে মনোৰঞ্জন তামুলী Principal ৰ উত্তৰাধিকাৰী হৈছে।

Principal মোৰ ঘৰলৈ সঘনে আহে। মাহজন B-Com পঢ়ে। ইলেকট্ৰিক চাপ্লাইত Accountant হবে। নহলে ভাল। মোৰ লগত তেওঁ Politics ৰ কথা পাতে। মাজে মাজে খুহুকীয়া কথাও উলিয়ায়। এদিন তেওঁ কথাৰ মাজতে কলে—

'অসম চৰকাৰ দুখীয়া হোৱাৰ মূলতে হৈছে E.&.D. আৰু P.W.D বিভাগ'। মই কলো—'কিয়? E.& D. বিভাগটো নথকাহলে যেখোন অসমখন বানপানীৰ গৰ্ভত লুপ্ত হ'লহেঁতেন। আৰু P.W.D বিভাগে সুচল ব্যৱহাৰে বাট পথ নিৰ্ম্মান নকৰাহেঁতেন আমাৰ যাতায়তৰ সু-ব্যৱস্থা নহলহেঁতেন। আৰু মানুহে বোকাপানীৰ বাহিৰে কেনেকৈ শিক্ষা দীক্ষা লৈ আহিল ভাৰতৰ মুখাখন পিছি ভদ্ৰ বুলি পৰিচয়েই দিব নোৱাৰিলে হেঁতেন। খাদ্য ও অন্যান্যৰ আমদানি ৰপ্তানি নথকাহেঁতেন আৰু ভ্ৰমণৰ যোগেদি যদি বিভিন্ন মানুহৰ সংস্পৰ্শত বাহিৰৰ পৃথিৱীখন দেখেখিলে-হেঁতেন মানুহ কিমান জ্ঞানী হৈ উঠিলহেঁতেন?

KKH Library

আৰু বা..............'—কৰলৈকে নাপালো । যেন কলৈৰ বাঁহতহে জুই জ্বলিল । Principal এ একালৰ পৰা চৰকাৰ ভুৱাঁয়া হোৱাৰ কাৰণ দৰ্শাই এটা দীঘল বক্তৃতাকে দি দিলে—'বান নিয়ন্ত্ৰণৰ সেইবোৰ কথা । এতিয়া প্ৰধান কথা হ'ল E & D বিভাগে অসমক ভুৱাঁয়া কৰিছে । আচলতে কি জানে ? বানপীড়িত মানুহবিলাকে যি সকলে ৰবডুলি তোলে সেই সকলে তিনিভাগৰ এক অংশহে চৰকাৰলৈ পঠায় । আৰু বাকী দুই অংশ নিজৰ পকেটত । আনহাতেদি মথাউৰী নিৰ্ম্মাণৰ ক্ষেত্ৰত চৰকাৰে যিমান টকাৰ বাজেট তৈয়াৰ কৰে ঠিক তাৰ আধা অংশহে কাম হয় । বাকী আধা টকা ইঞ্জিনীয়াৰ, ওভাৰচিয়াৰ, নহলি, কন্‌ট্ৰেক্টৰৰ মাজত ভাগ হয় । আৰু যেতিয়া বানপানীৰ সময় হয় তেতিয়া মঠাউৰি চিগা বা মেৰামতি কৰা ক্ষেত্ৰত এককস্তা বালি পেলোৱাৰ ঠাইত দুবস্তাৰ নামতকৈ হাজাৰ টকা পকেটত ৰাখি অসম চৰকাৰৰ তেলেৰেই অসম চৰকাৰৰ তেলত ভাজিছে আমাৰ এই ইঞ্জিনীয়াৰ, ওভাৰচিয়াৰ আদিয়ে । তেনেস্থলত বাইজ বান পানীত ক্ষতিগ্ৰস্ত নহৈ কি হ'ব ? গণতন্ত্ৰৰ দেশত যদি ধনতন্ত্ৰৰ পূজা কৰি চৰকাৰক দুৰ্বলা কৰে তেন্তে E.&.D কিয় লাগিছে ? আৰু P.W.D বো সেই একেই । আৰু অইন Department এ যে চৰকাৰৰ মূৰত মাৰ সোলোৱা নাই এনে নহয় । সোধাইছে যদিও এই দুটাৰ দৰে বেছিকৈ সোধাৰ পৰা নাই । কি কয়' ?

লাগবান্ধ নোহোৱা মানুহৰ কথাত কি কম ? মই কিবা এটা কলেই তেওঁ বেলেগ কিবা এটা ক'ব । নহয় চৰকাৰক ভাল বুলিব, নহয় E.&D. বা P.W.D. ক ভাল বুলিব ।

অলপ পিছতে কথাৰ প্ৰসঙ্গ সলনি হ'ল । তেওঁ কলে' — বুজিছেনে অসমত চাকৰিয়েই নাই । যোৱাবাৰ মোৰ ভতিজা ল'ৰাটোৱে B.A. পাছ কৰি এবছৰত চাকৰিৰ বাবে পিয়ন, কেৰাণী, মাষ্টৰলৈকে ১২৫টা ইণ্টাৰভিউ দিলে' ।

— মই কলো — 'পিচত' ?

'চাকৰি নহ'ল । বুজিছে অসমৰ গঁড় বিদেশৰ বাবে দুষ্প্ৰাপ্য সম্পদ । যাৰ টকা আছে সকলো সেইখন দেশেহে কিনিব পাৰে । আৰু অসমৰ ভিতৰৰ চাকৰিও তেনেকুৱাই । যাৰ টকা বেছি তাৰহে চাকৰি । 'ইণ্টাৰভিউ'-মানে ভিতৰচোৰা' । টকা কিমান তাৰহে জোখ উলিওৱা । বুজিছে চাকৰি এৰ দুষ্প্ৰাপ্য সম্পদ — ।

মই কলো —

'আপোনালোকৰ গাঁৱত বোলে তিনি পুৰা কাণিত মাটি লৈছে । তাতে খেতি কৰিবলৈ লগাই দিয়ক । বছৰত যদি দুটা খেতি কৰিব পাৰে তেন্তে সি চাকৰিতকৈও বেছি টকা পাব । তাৰোপৰি লগতে কুকুৰা ফাৰ্ম এখন লব পাৰিলে তাৰ জীৱনত আৰু চিন্তা কৰিবলৈ একো নাই' ।

মোৰ মতামত শুনি Principal এ কলে— 'এৰা কথাটো ভালেই হ'ব । কিবা এটা কৰিম' ।

কিছুদিনৰ পিছত Principal ক'ৰবাৰ পৰা পাখীত দুখ পোৱা কপৌৰ দৰে ধহমহকৈ আহি বাহিৰত চিলাই কাম কৰি থকা মোৰ পৰিবাৰক সুধিলে—'তেখেত আছেনে ? 'আঁ' মাতি নিয়কচোন ।'

বাহিৰলৈ আহি দেখিলো principal চোফা এখনত বহি আৰামতে চকু দুটা মুদি আছে । মই কলো —

KKH Library

'তামুলী দেখোন' ?

'এৰা ভটিজা ল'ৰাটোৰ চাকৰী এটাৰ যোগাৰ কৰি দিলো বৰ কষ্টৰ মূৰত। এতিয়াহে যদি অলপ শান্তি পাওঁ'।

'বৰ ভাল কথা। পিছে কোন Department ত'?

'নকৰ আৰু। E.&.D তে। বাহিৰা পইছা আছে। আনৰ চকুত ধূলি দি চলিব পাৰিলে সি দুবছৰতে মানুহ হৈ যাব। বুজিছে আজি কালি যুগত টকা নহলে মান নাই'।

ভিতৰি ভিতৰি মানুহজনৰ কথাত খুউব হাঁহি উঠিছিল যদিও তাক বাহিৰত প্ৰকাশ নকৰিলো। যি মানুহে E&D বা P.W.D ক ভাল চকুৰে নাচায়, সেই মানুহে নিজৰ ভটিজাকক E.&.D ত চাকৰী দিয়াই যে শান্তি পাব তাক মই মুঠেই ভবা নাছিলো।

আন এদিনাখন Principal এ মোক সৈতে ভ্ৰমনলৈ লগ ধৰিলে। মইয়ো তেওঁৰ লগত গলো। গৈ থাকোতে পেৰেলেল পিন্ধা, ববকাট দিয়া বগী ছোৱালী এজনী দেখুৱাই কলে—'বুজিছে আজি কালি মতা মাইকীৰ একো চিন ধৰিব নোৱাৰি। ছোৱালীয়েও লংপেণ্ট-চাট পিন্ধিবলৈ ললে। পুৰুষ আৰু নাৰী চিনিবলৈ হলে কাণ'ৰ ইয়েৰিং চাব লাগিব। আৰু ফ্ৰেচৰ বাদেও ছাতি বোৰ যে ওলাইছে আৰু জপাই ভাজি চিতি তাক ভেনিটি বেগত ভৰাই থব পাৰে আৰু সেইটো মেলি পেৰেলেল এজোৰ পিন্ধি বাটাইদি গৈ থাকিলে কোনোবা তাঁচপাটৰ জকাৰৰ নিচিনা লাগে বুজিছেনে'!

কোনোবা ছোৱালীয়ে বেলবটম বা পেৰেলেল পিন্ধিলে তাঁচপাতৰ জকৰৰ নিচিনা যে লাগে সেইটো মই আজিলৈকে ধাৰনাই কৰিব পৰা নাছিলো। দেখাত Principal মোতকৈ দহ বছৰমানৰ ডাঙৰ যেন লাগে। কুম ৰ চুলিবোৰ অলপ ভালকৈয়ে পকিছে। চকুৰ চশমাযোৰ গুচাই দিলে কোটোৰত সোমোৱা চকু দুটা দেখি বুঢ়াই হ'লযেন লাগে।

মোৰ বিয়া কৰোৱা চাৰি বছৰ হ'লহি। Principal এ মোতকৈ বহুত বছৰৰ আগেয়ে বিয়া পাতিছিলে। কিমান বছৰ হ'ল তেওঁৰে মনত নাই। ঘৈনীয়েকে ডাইভোৰ্চ কৰাই আজি ১২ বছৰ' হ'লহি তেওঁৰ মতে। আমি হৈছো আধুনিক যুগৰ মানুহ। ৰূপৰ প্ৰদৰ্শন নিজে কৰিবলৈ লাজ লাগিলেও আনে কৰা দেখি ভাল লাগে। কাৰণ পৃথিৱীখনৰ সৌন্দৰ্য্য সৃষ্টিৰ মূলতে হৈছে যুৱক-যুৱতী। যুৱক হৈ থকাহলে মইয়ো কিজানি বিলাসীতাত উটি ফুৰিলোহেতেন। ডাক্তৰী হিচাবে ডাক্তৰী শাস্ত্ৰ মানি যোগীৰ শুশ্ৰূষা কৰোঁ যদিও মনৰ ভাৱৰাশি প্ৰকাশ কৰিবলৈ মাজে মাজে সাহিত্যিকো হওঁ।

Principal এ মোৰ লগত চিনাকী হৈয়ে তেওঁৰ বিষয়ে এখন উপন্যাস লিখিবলৈ কৈছিল। সময়ত তেওঁৰ ব্যক্তিগত সকলো কথাই কব। কিন্তু আচল কথা হ'ল, এনেকুৱা বেবেৰিবাং কথা কোৱা মানুহৰ চৰিত্ৰক লৈ কেনেকুৱা ধৰণৰ উপন্যাস লিখিম ভাবি একো ঠিৰাং কৰিব পৰা নাই।

অলপ দূৰ যোৱাৰ পাছত দেখিলো গোলাঘাটৰ পৰা যোৰহাটলৈ চলা Public Bus ৰ পৰা ক'টৰ ওচৰত মানুহ নামোতে মেখেলা চাদৰ পিন্ধা ছোৱালী এজনী ঠেলা হেঁচাত গাড়ীৰ পৰা পৰা

KKH Library

বাটটোত হামথুৰি খাই বাগৰি পৰিল।

'ছোঃ ছোঃ ৰাম! ৰাম! ছোৱালীজনীয়ে ভাল দুখ পাইছে নেকি। তাই লাজতেহে কথা নাই। বুজিছে এই মেখেলা চাদৰৰ যুগ আৰু উকলিল। এতিয়া তাই পেৰেলেল বা বেলবুটম পিন্ধা হলে কেতিয়াও নপৰে নহয়। খাউকতে জাপ মাৰি নামিব পাৰিলেহেঁতেন। মেখেলা চাদৰতকৈ সেই বোৰেই ভাল বুজিছেনে'।

মই আৰু তেওঁৰ কথাত কি কম। মনে মনে হাঁহিলো মাত্ৰ।

কথা পাতি গৈ থাকোঁতে বজাৰৰ মুখ পালো গৈ। কথা নাই বতৰা নাই Principal এ মোক 'আহকচোন আহক' বুলি প্ৰায় টানি নিয়েই ছাতিৰ দোকান এখনত সুমুৱাই দিলে। তাৰ পাছত তেওঁ সেই ছাতি মেলি দেখেটি বেগত সুমাই থব পৰা ছাতি এটা কিনি মোক ক'লে—

'ছটিকা ছোৱালী জনীৰ কৈছো। এনেকুৱা ছাতি এটাৰ কথা তাই মোক বহুত দিনৰ পৰা কৈ আছে। মইহে পাহৰি থাকো'। — মই Principal এ অলপ আগেয়ে দিয়া ছাতিৰ বক্তৃতাটো সোঁৱৰাবৰ বাবে কলো—'আপুনি এইটো ছাতিহে ভাল দেখিলে'? 'নকৰ আৰু ছোৱালীয়ে কৈছে। আৰু তাতে ইবোৰতকৈ এইটো ছাতি বহুত ভাল। ইবোৰ ছাতি দুকে-কানে মেলাই থলে চোৰলৈ ভয়। এইটোৰ বাবে চোৰলৈ ভয় নাই। দৰকাৰ হলে মেলি ললে আৰু দৰকাৰ নহলে জপাই মেলি ভালকৈ বেগত সুমাই হাতত ওলোমাই ললে। এইটোহে ভাল বুজিছে'।

মই তেওঁৰ কথাত অবাক হ'লো।

ঘৰলৈ ঘূৰি আহোঁতেও তেওঁৰ লেখ্যাবেই বেচি। 'আজি অফিচত কাৰ পৰা কেইটকাৰ খোচ ললে, কোনে তেওঁক কি কলে, অফিচত বহি বহি কেইখন তামোল আৰু কেইটা চিগাৰেট হুপিলে, S. D. O. ৰ জীয়েকৰ দৰাটোৱে কি কৰে, বিয়াত কি কি খুৱাব, তেওঁ কি প্ৰেজেণ্ট দিব'—ইত্যাদি ইত্যাদি।

ৰাতি ভাত খাওঁতে মোৰ পৰিবাৰ তকতে শুধিলে—

'তামুলী দাদা কি ধৰণৰ মানুহ বাৰু'?

'কেনেকৈ জানিবা। ঈশ্বৰে তেওঁক বেলেগ ধাতুৰে নিৰ্মিত কৰিছে'।

'যেখেতে যে ছটিকাকইতৰ কথা ইমানকৈ কয় —কিয় নিজৰ ল'ৰা ছোৱালী নাই জানো'?

'মৈনাহঁতক থাকিলে লৰা-ছোৱালী ক'ৰ পৰা হব'?

'বিয়া কৰোৱা নাই জানো'?

'কৰাইছিলে। মৈনীয়েকে বোলে ডাইভোৰ্চ কৰিলে'।

—'কিয়'?

'কেনেকৈ জানিবা। তেওঁ মোক আজিলৈকে কোৱা নাই। সদ্যৰ কথাৰ লাগ-বাগ নাই বাবে'।

'ছোঃ মানুহজনে কেতিয়াবাহলে বৰলা ভাত খাই আছে'—

মই ঠাট্টা কৰি কলো।

'Principal লৈ তোমাৰ বৰ মৰম দেখিছো। কিয়া আছো........................................।'

'আপুনিনো কি জানে মতা মানুহৰ কথা —মতা মানুহে মতা মানুহৰ কথা নাভাবে নহয়।'

পিছদিনা Principal বাহিপুৱাতে মোৰ ঘৰ ওলালহি। ক'লে—

'বুজিছেনে আজি মোৰ দিন ভাল নহয়'। পঢ়ি থকা বাতৰি কাকতখন টেবুলৰ ওপৰত থৈ সুধিলো—

'কিয়'?

'নকৰ আৰু সেই শশধৰ কোঁৱৰৰ বিল এখন পাছ কৰাই দিব লাগে। তাৰ বাবে টকাও ১০০্ দিছিল। ধমক্ দি খেদি পঠালো। অফিচৰ কাম অফিচত হ'ব। ঘৰত আকৌ কিয় ঘোচ দিবলৈ আহিছে! চৰকাৰৰ কাম কৰোঁ। যেতিয়া ঘোচ খোৱাৰ কি অধিকাৰ আছে মোৰ'!

আগদিনা ঘোচ খাই পিছদিনা বৰ ধাৰ্ম্মিক হৈ ঘোচ নোলোৱা Principal ৰ কথাত মই প্ৰায় ডাঙৰ কৈয়ে হাঁহি দিলো। কলো — বৰ ভাল কৰিলে। টকাৰ বাহাৰ দেখুৱা মানুহক খেদি পঠাই—'বৰ ভাল কৰিলে'।

Principal বেও হাঁহিলে।

তৰুমনিয়ে দুয়োৰে আগত দুকাপ চাহ আৰু প্লেট দুখনত দুটাকৈ জাহাজী কল আৰু দুটা দুটা Boil কৰা মুৰ্গী কণী দি গ'লহি।

চাহখাই থাকোতে Principal এ কলে—

—'ডাক্তৰ আপুনি যে ভিভিত্ত সেই ফাঁচডাল (টাইডাল) লগাই ফুৰে উশাহ নোপোৱা নহয় নে'?

'কিয় হ'ব? ঢিলাই বান্ধো নহয়'।

'গ্ৰেজুৱেচন লোৱাৰ পাছত সেইডাল বান্ধি-লেহে মানুহৰ প্ৰেষ্টিজ বঢ়নেকি? মোৰো দেখোন গ্ৰেজুৱেচন আছে। মই নাবান্ধো কিয়'?

আপুনি কিয় নাবান্ধে সেইটো মই কনেকৈ কম। আচলতে এইডালে মানুহৰ প্ৰেষ্টিজ বাঢ়ে বুলিও মই নকওঁ। ইয়াৰ কাম হ'ল জাবজালি জাবৰ পৰা হাত সৰা'। মোৰ উত্তৰটো বোধ হয় তেওঁৰ বাবে উপযোগী নহ'ল। কলে—

'তেন্তে এইবাৰ মস্ত্ৰো এডাল কিনিম। লগতে জাপীয়া এটা। টাইডাল ভিভিত্ত বান্ধি গাত অকল জাপীয়াটো পিন্ধি ঘূৰি ফুৰিম। বেচ গৰম উঠিব চাগে!—কাপ প্লেটবোৰ নিবলৈ অহা তৰুমনিয়ে তেওঁৰ কথাত নগৰ তুলি হাঁহিছিল যদিও মোৰ হ'লে মানুহটোৰ ওপৰত মনে মনে বেচ খং উঠিছিল। শিষ্টাচাৰ কি বস্তু বুজি নোপোৱা মানুহৰ লগত অযথা তৰ্কবাদ কৰি মোৰ আত্মসন্মান লাঘৱ কৰা বিধৰ মানুহ মই নহওঁ। আৰু মানুহটোৰ ওপৰত মোৰ খং উঠিলেও তেওঁৰ গাত কি এটা গুণ আছিল মুখলৈ চালে তেওঁক একো কবলৈ মন নাযায়।

পিছদিনা দেখিলো Principal এ আনু-মানিক ২৬০/।০ টকীয়া সুট এযোৰ পিন্ধি খুনীয়াকৈ দাড়ি চুলি কাটি Brown Colour ৰ টাই এডাল মাৰি মোৰ ওচৰ ওলালহি। মই দেখি প্ৰথমতে আচৰিতেই হৈছিলো। অৱশ্যে আচৰিত হোৱাৰ কাৰণ তেওঁক মই চিনিবই পৰা নাছিলো। আন দিনা তেওঁ কোনোদিন এনেকুৱা পৰিপাটি ড্ৰেচ্ পিন্ধা মোৰ চকুত পৰা নাছিল। মই কিবা কোৱাৰ আগ-তেই তেওঁ ভিতৰ সোমায়েই কলে—'এবা বুজি-ছেনে বিয়া এখন খাবলৈ লাগে'। তৰুমনিয়ে ঠাট্টা কৰিয়ে ক'লে। —'আজি তামুলীদাদাক সম্পূৰ্ণ নতুন দেখিছো। চাব আকৌ টাইডালত

KKH Library

ধৰি কোনোবা ওলমি নাহিলেই বক্তা ?

'এহ নকৰা আক, বিয়াই সবাহে নতুন নহলেও নহয়। বৰ্ত্তমান যুগটো আকৌ আধুনিক যুগ হ'ল নহয়। বুজিছা যোৱা বছৰ মই বিয়া এখনত যিহে কাণ্ড দেখিলো আক কি ক'ম ? মানে কি হ'ল জানা ? বিয়াখন হৈছিল আমাৰ সেই D.F.O. মিষ্টাৰ এন. কাউৰৰ বৰ জীয়েকৰ। বিয়ালৈ বহুত মানুহক নিমন্ত্ৰণ কৰা হৈছিল। তাতে সেই বহুতৰ মাজত আছিল বিশেষ নিমন্ত্ৰণী পত্ৰৰে নিমন্ত্ৰণ কৰা কবি, সাহিত্যিক, উচ্চপদস্থ চৰকাৰী বিষয়াসকল। আক তাতে মন কৰিবা কবি সাহিত্যিক সকলে প্ৰায়-ভাগেই ধুতী, পাঞ্জাবী পিন্ধি থাকে। আক বিয়াৰ উখল-মাখলত মিষ্টাৰ কাউৰোতো বিচিত্ৰুশ্মনক্ষ সৰ্ব্বাঙ্গে লাগি থাকিব নোৱাৰে। সেই ভাৰ বহন কৰিছিল কেইজনমান চৰ্ব্বৰ আত্মজ্ঞ পৰিয়ালৰ ডেকাই। পিছে সেই বিশিষ্ট অতি-থিৰ মাজৰে এজন সাহিত্যিকৰ চোলাৰ বাঁউলীটো ফটা আছিল বাবে তেওঁক ডেকাইঁতে ভিতৰলৈ নিয়াতো বাদেই আমোল এখনো নাথাকিলে। সেই বাবে সেই সু-সাহিত্যিক জনে মনত্তে অকনমান আঘাট পাই বিবাহ মণ্ডপৰ পৰা গুচি আহিল। পিচত তেওঁ আধুনিকতাৰ বিষয়ে যিতো গল্প লিখি বাতৰিত প্ৰকাশ কৰালে সেইটো মিষ্টাৰ কাউৰে পঢ়ি চাকৰীৰ পৰা একেবাৰে Resign দি গুৱাহাটীত স্থানীয় ঘৰ প্ৰস্তাৰ কৰি লাজেগৈ। সেইবাবে মই অলপ পৰিপাটিকৈ নগলে মোকো একে দশা হ'ব পাৰে।

তৰুমনিয়ে ক'লে—'আপোনাক কৰিলে আপুনিও গল্প লিখিব'।

'যি মানুহে সাহিত্যৰ সোৱাদ নাপাই সি কি গল্প লিখিব বুজিছানে ? সেইটো একেবাৰে Basis life !'

এটা বেয়া বুলি পিচতে সেইটো ভাল বুলি সমৰ্থন কৰা Principal এ সাহিত্য কি বস্তু কেনেকৈ বুজিব ? সাহিত্যক কেন্দ্ৰ কৰিহে যে এটা জাতিৰ অস্তিত্ব উপগ্ৰহৰ দৰে সাহিত্যৰ চাৰিওফালে ঘূৰি ফুৰে সেইটো Principal ৰ অজান। জাতিৰ উপকাৰৰ বাবে এজন মানুহৰ সৎ চিন্তাৰাশি লিখিত ভাষাৰ প্ৰকাশেই যে সাহিত্যৰ মূল উদ্দেশ্য তাক Principal ৰ দৰে জৰৰজং মানুহে উপলব্ধি কৰা কঠিন।

দহ বাৰ দিন মান Principal মোৰ ঘৰলৈ অহা নাই। Hospital ত Operation ৰ কাম বেছি হোৱাত Principal ৰ ধৰবো লবলৈ সময় পোৱা নাই। Principalক যদিও মই মাজে মাজে কথাত লাগি অলপ বেয়া পাওঁ বা হাঁহো তথাপি তেওঁৰ প্ৰতি মোৰ কোনো ব্যক্তিগত বেয়া ভাব নাই। তেওঁ মানুহটো তেনেকুৱাই। সকলো সময়তে তেওঁ মানুহক তেওঁৰ কথাবিলাকেৰে ভাল পোৱাব নোৱাৰে।

সেইদিনা আছিল দেওবাৰ। Hospital ৰ পৰা ঘূৰি আহোঁতে গধূলি প্ৰায় ছটাই বাজিল। মই বাৰান্দাৰ stape ত ভৰি দিয়াৰ লগে লগে তৰুমনিয়ে ক'লে—

'Principal ৰ ভতিজাকে ছয়োকে মাতি গৈছে। সাত দিনমান হ'ল Principal ৰ জ্বৰ'।

'ইমান দিন কি কৰিছিলে ? অন্ততঃ খবৰ এটা আগতে কৰিব লাগিছিল' ।— আক একো

ক'ৰবলৈ নহ'ল। তৎক্ষণাত ইতিমধ্যে মেকআপ কৰিয়ে আছিল। সেইবেলৰ পৰা গাড়ী উলিয়াই Principal ৰ ঘৰ পালোগৈ। তৎক্ষণাত এয়ে Principal ৰ ঘৰলৈ প্ৰথম গৈছে।

ভালকৈ পৰীক্ষা কৰি দেখিলো—টাইফয়েদ ভাল treatment লগে বচাব আশা আছে। লগে লগে মোৰ গাড়ীতে লৈ Hospital পোৱালোগৈ।

তিনিদিনৰ পিচত Principal অলপ আৰোগ্যৰ পথলৈ আহিছে। চতুৰ্থদিনা দুই এটা কথা ক'ব পৰা হৈছে। Principal ক দেখা কৰিবলৈ তৎক্ষণাত সদায়েই মোৰ লগত এবাৰ Hospital লৈ যায়। তৎক্ষণাতক দেখি তেওঁ ক'লে —

'জ্যোতিষৰ মতে পক্ষ দুটা বুজিছা। শুক্ল আৰু কৃষ্ণপক্ষ। কিন্তু মোৰ মতে আৰু এটা হ'ল শত্ৰুপক্ষ'। তৎক্ষণাতয়ো হাঁহিলে—। মই তেওঁক বাধা দিছো যদিও মইও হাঁহিৰ নকৰা হোৱা নাই। Principal এ ক'লে—

'ডাক্তৰ আমি এলজেব্ৰাত প্লাছে (+) মাইনাচে (—)মাইনাচ হয় বুলি শিকি আহিছো নহয়' ?

'এলজেব্ৰাৰ কথা পিচতো ক'ব। এতিয়া আপুনি সুস্থ হৈ লওকচোন'।

"মই মাত এবাৰহে কৈছো ডাক্তৰ। ধৰক কথাত প্লাচ মাইনাচ লগাই কথা ক'লে মাইনাচ হ'বুজাব জানো ? যেনে ধৰক—'মই ভাত খাব নোৱাৰিলো'। মানে নাখালো"।

Principal ৰ ভ্ৰম হৈছে বুলি টেম্পেৰেচাৰ চালো— Normal, তেন্তে এইবোৰ কি বকিছে ! কোটৰত সোমোৱা নিষ্প্ৰভ চকুযোৰেৰে ম্লান হাঁহি এটা মাৰি ক'লে—

'আপোনাৰ হাতত পৰিলো যেতিয়া মই ভাল হ'মেই'। কিন্তু মোৰ পৰিবাৰ মহিলাহে ভাল নহ'ল'।— মহিলা মহিলা ! মহিলা হাজৰীকা মোৰ মনত পৰিল। আজি এঘাৰ দিনৰ আগতে মহিলা হাজৰীকা আৰু তেওঁৰ স্বামী অনন্ত হাজৰীকা মটৰ দুৰ্ঘটনাত আহত হৈ ইয়ালৈ আহিছিল। কিন্তু সেই সময় মহিলা জীয়াই নাথাকিল। অস্ত্ৰোপচাৰ কৰাৰ আগতেই মৃত্যু হ'ল। অনন্ত হাজৰীকাক বৰ্ত্তমান Hospital ৰ পৰা ডিচাৰ্জ দিয়া হৈছে।

'বুজিছে ডাক্তৰ ! মহিলাক মই বিয়া কৰাই সকলো সুখ উজাৰ কৰি দিব পাৰিলো, কিন্তু এটা বস্তু দিব নোৱাৰিলো। বিলাতৰ বাবে মই মোৰ চিকিৎসাত তিনিহাজাৰ টকা খৰচ কৰিও একো লাভ নহ'ল। তাই সন্তানৰ মাক হ'ব বিচাৰে। এটা সন্তান দিব পৰা ক্ষমতাও যদি মোৰ থাকিলহেঁতেন তেন্তে মহিলাই কেতিয়াও মোক ডাইভোৰ্চ নকৰে। আৰু মই কেতিয়াও ডাইভোৰ্চিত মত নিদিও। ভগবানৰ ওচৰত মইতো পিতৃত্ব দাবী কৰো। কিন্তু মোৰ প্ৰতি ভগবান নিৰ্বিকাৰ। বৰ্ত্তমান মহিলা দুটা সন্তানৰ মাক। আৰু ডাক্তৰ, মহিলাই মোৰ জীৱন ইতিবৃত্তি জনাৰ পাছত তাই মোক সম্পূৰ্ণৰূপে ঘিণ কৰিছিল। জাৰজ সন্তান হোৱাটো মোৰ জীৱনৰে দোষ নহয়, ই মোৰ ভাগ্যৰ দোষো ডাক্তৰ'। —শেষৰ ফালে Principal ৰ মাতটো কঁপিছিল। চকুৰ কোণত অশ্ৰুকণা বিয়পি পৰিছিল। ওঁঠ দুটা কঁপিছিল। এটা মুহূৰ্তত দুয়োটা চকু মুদি দি অশ্ৰুকণাবোৰ দুগালেদি বাগৰাই দিছিল। ● ●

KKH Library

॥ চুটি গল্প ॥

# বু ও ৰ ণ বৌ

— দিলীপ ৰাজখোৱা
প্ৰাক্ বিশ্ববিদ্যালয়
১ম বাৰ্ষিক

মই গল্প লিখিম বুলি কোৱাৰ লগে লগে বোৱাৰীজনীয়ে খিলখিলাই হাঁহি দিলে। উঃ! কি হাঁহি! হাঁহি হাঁহি যেন বাগৰি পৰিব। মই অপ্ৰস্তুত হৈ পৰিলো। মোৰ চেতনা হেৰুৱাৰ উপক্ৰম হ'ল। মই গল্প লিখিম বোলা কথাষাৰত হাঁহিব লগীয়া কিটো আছে? — ভাবি নাপালো। নতুন লাহে লাহে মই বুজিব পাৰিছো তাই মোক বিদ্ৰূপ কৰিছে; তাৰ শেষ নামি তাই হাঁহিছে আৰু হাঁহিছে। হাঁহি হাঁহি হঠাতে হৈ দিলে। মোৰ ফালে তীক্ষ্ণ দৃষ্টিৰে চাই থাকি সুধিলে —

"কাক লৈ লিখিবা? কি লৈ লিখিবা?"

মই তাইৰ মুখলৈহে চাই পৰিলো। কি বুলি কওঁ! ভাবিছিলো গল্প লিখিম। কাৰলৈ লিখিম বা কি লৈ লিখিম, ভবা নাছিলো। কি মূৰ্খকামি! গল্প লিখিম, অথচ কি লৈ লিখিম, কাক লৈ লিখিম, ঠিক কৰা নাই। ভাবি নিজকে লাজ লাগি গ'ল। মই একো নোকোৱা দেখি

## বাহিৰলৈ

ভাই সুধিলে —

"কি হ'ল? গল্প লিখিবা, অথচ কি লৈ লিখিবা, কাক লৈ লিখিবা নাজানা। আচৰিত! বাৰু, তোমাৰ চাৰিওফালে কি আছে, কেতিয়াবা চাইছানে? বঙীন চচমাজোৰ খুলি ভালকৈ চাইলোৱা"।

কি দেখিম আৰু! দেখিবলৈ কিটোনো আছে? সদায় দেখি আহিছো। তথাপিও তাইৰ কথামতে বঙীন চচমাজোৰ খুলি লওঁ। বঙীন আমেজ এটা চকুত পৰা কেতিয়াও ভাবিব নাছিল। মোৰ চাৰিওফালে শিলৰ দেৱালেৰে ঘেৰা। দেৱালৰ শিল ঠায়ে ঠায়ে এৰাইছে—হয়তো সময়ৰ সোঁতত টিকিবলৈ থাকিব নোৱাৰি। দেৱালত কিছুমান মূৰ্তি আৰু ছবি খুদাই কৰা আছে। কিছুমান

ধুনীয়া ধুনীয়া মূৰ্ত্তি, কিন্তুমান ধুনীয়া ধুনীয়া ছবি। মূৰ্ত্তিবোৰ কিহৰ আহিল ??… ? ঔ মনত পৰিছে। কোনোবা এজনে কৈছিল, মূৰ্ত্তিবোৰ যেনো দেৱতাৰ প্ৰতিমূৰ্ত্তি যাৰ আদেশত বিশ্বব্ৰহ্মাণ্ড চলিছে। আমাৰ জীৱন, আমাৰ ভৱিষ্যৎ এওঁলোকৰ অধীন। সেয়ে এওঁলোকক পূজা কৰিব লাগে। মূৰ্ত্তিবোৰৰ পৰা চকু আঁতৰাই কিনাৰৰ ছবিবোৰলৈ চালো। ছবিবোৰত জোৰে জোৰে নৰনাৰী বিভিন্ন ভঙ্গীমাত হৈ আছে। এইবোৰ যেনো মৈথুনৰত নৰনাৰীৰ ছবি। আধ্যাত্মিক উৎকৰ্ষৰ বাবে দৈহিক মিলনৰ প্ৰয়োজন। তাকে বুজাবলৈ যেনো ছবিবোৰ খুদাই কৰা হৈছে। কথাবোৰ ভাবি ভাল লাগিল।

ছবিবোৰ আৰু মূৰ্ত্তিবোৰ চাই থাকোঁতে হঠাৎ চকুপাই উঠিলো। জেওবোৰ ক'ৰ পৰা লাগিল! খুদাই কৰা মূৰ্ত্তি আৰু ছবিবোৰৰ প্ৰতিটো আঁকত জেও বিৰিঙিছে। ছবিৰ ছবিবোৰ মূৰ্ত্তিবোৰৰ ওপৰত লাহে লাহে কেইখনমান শীৰ্ণ হাত জাঁপি উঠিল। বটালি-হাতুৰিৰ অবিৰাম টুক-টুক-টাক্‌টাক্ শব্দ শুনিবলৈ পাইছো, মই যেন দেখিছো, কাৰোবাৰ তীক্ষ্ণ চকুৰ আদেশত সেই শীৰ্ণ হাতবোৰে বটালি হাতুৰি মাৰি গৈছে; মাৰোঁতে মাৰোঁতে তাহাঁতৰ শীৰ্ণ আঙুলিৰ ফাঁকেদি তেজ বৈ আহিছে, বৈ আহি প্ৰত্যেকটো আঁকি ভৰাই তুলিছে। ছবি আৰু মূৰ্ত্তিবোৰ ভালদৰে চাই দেখিলো মূৰ্ত্তিবোৰ বঢ়চীয়া জাপানী পুতলাহে আৰু ছবিবোৰ কলেজীয়া নোটবহীৰ শেষ পাতত আঁকা অৰ্থহীন আঁক বাঁক। আচল কথাটো ধৰিব পাৰি হাঁহি উঠি গ'ল। সত্যটো আবিষ্কাৰ কৰি নিজকে ভাল লাগিল। জোৱালীজনীৰ ফালে চাই দেখিলো, তাই একেদৰে মোৰ ফালে চাই আছে। মই চোৱাৰ লগে লগে তাই হাঁহি দিলে। ধুনীয়া মিঠা হাঁহিটো দেখি মোৰ বেচ ভাল লাগিল। পিচে এইবাৰ তাই আগতকৈও গহীন হৈ ক'লে—

"ক'তা, তুমি দেখোন পূৰফালে নাচালা!"

ঠিকেইটো মই পূৰফালৰ দেৱালখনলৈ চোৱাই নাই। পূৰফালে চাওঁ বুলি ঘোৱাৰ লগে লগে মোৰ চকু চাত মাৰি ধৰিলে। ইমান পোহৰ!! দেৱালখন ক'লৈ গ'ল? এইয়া বুজিছো, দেৱালৰ মূৰ্ত্তি আৰু ছবিবোৰ মমবাতিৰ পোহৰ চোৱাৰ কাৰণে প্ৰথমে নিজে পৰা নাছিলো। দেৱালখন ভাঙি পোহৰ নহৈছেতেন বুজিলোহেঁতেন চাগে। মমবাতিৰ পোহৰ বিনি বৰ নিষ্প্ৰভ হৈ পৰিল। লাহে লাহে পোহৰৰ তীব্ৰতা সহ্য হৈ আহিবলৈ ধৰিলে। সহ্য হৈ অহাৰ লগে লগে সেইফালে চাই ভীষণ ভাবে চক খাই উঠিলো। ভয়ত চকু মুদখাই গ'ল। কি ভয়, কি ভয় লগা দৃশ্য! মই শিয়ৰি উঠিলো। কিছুমান জীৱন্ত কঙ্কাল হৈ আছে। কঙ্কালবোৰে দাঁত নিকটাই মোক যেন খেদিছে আহিব!

"ভয় নকৰিবা। ভালেকৈ চোৱা। এইবোৰ তোমাৰ দৰে মানুহহে।" জোৱালীজনীৰ মাত শুনি সচেতন হ'লো। মনলৈ সাহস আহিল। তাইৰ ওচৰত যেন বৰ সৰু হৈ গ'লো। তাই কি ভাবিছে বাৰু! লাহে লাহে চকু মেলিলো, কঙ্কালবোৰ স্পষ্ট হৈ আহিল। মানুহৰ আকৃতি, মোৰ চকুত ধৰা দিলে। কিন্তু মোৰ সন্দেহ হ'ল।

মানুহ এনেকুৱা হ'ব পাৰে জানো ! অস্থিচৰ্ম্মসাৰ ইহঁতবোৰৰ চাৱনিত দিনৰ পিচত দিন, মাহৰ পিচত মাহ, বছৰৰ পিচত বছৰ ধৰি থুপখাই থকা ভুখাই যেন মোক উপহাস কৰিছে ! সিহঁতৰ হাতত থকা ভঙা বাটি মামৰে ধৰা টিংবোৱে মোক যেন উপহাস কৰি কৈছে— "কি চাই আছা ? চাই থাকিলে কি হ'ব ? পাৰিলে দিবা এটা খাবলৈ দিয়া !"

মই পকেটত হাত ভৰাই কেইটামান জুৰনীয়া পইচা উলিয়াই উঠি গৈ কেইটামানক দিলোঁ । লগে লগে বাকীবোৰেও টিংবোৰ আগুৱাই দি মোক ঘেৰি ধৰিলে । তাহাঁতৰ চি-চিৰ্চনিৰ দৰে মাতত মোৰ কাণ তাল মাৰি ধৰিলে । উপায় নোপোৱা হ'লো । অলপ পাছতে চাৰিকাষৰ মানুহবোৰে উৰ্দ্ধশ্বাসে দৌৰিবলৈ ধৰিলে । পিচলৈ চোৱাৰ সময় নাই, কোন পৰিছে কোন মৰিছে তালৈ ভ্ৰূক্ষেপ নাই; অকল দৌৰিছে । দৌৰিছে আৰু দৌৰিছে । দৌৰি দৌৰি সিহঁত এটা অট্টালিকা সদৃশ ঘৰৰ কিনাৰত গৈ পালে । ঘৰটোৰ ওপৰৰ পৰা কেইটামান শকত আৱত মানুহে (?) তাহাঁতলৈ কটী দলিয়াবলৈ ধৰিলে। কটী দলিওৱা মানুহকেইটাৰ পেটবোৰ গাভিনী শিয়ালৰ দৰে উলমি পৰিছে, চকুবোৰ হায়েনাৰ চকুৰ দৰে জিৰবিৰাইছে । কটীবোৰ দলিয়াই দিয়াৰ লগে লগে তলৰ কঙ্কালসাৰ মানুহবোৰৰ মাজত হেতা ওপৰা লাগিল । বলীয়া কুকুৰৰ দৰে সিহঁতে ইটোৱে সিটোক মৰিয়াবলৈ ধৰিলে । তাকে দেখি ওপৰমহলাৰ হায়েনাচকুৱা মানুহবোৰে দাঁত নিকটাই হাঁহিবলৈ ধৰিলে । বাহিৰত গৈ থকা মানুহ কিছুমানে বৈ বৈ দৃশ্যটো চাবলৈ ধৰিলে । ইহঁত বৰ শকতো নহয় খীণো নহয় । ইহঁতৰ কিছুমানে হাঁহি হাঁহি পেটুৱা মানুহ (?) কেইটাৰ দানশীলতাৰ প্ৰশংসা কৰিলে । ইহঁতৰ মুখত পোহনীয়া কুকুৰৰ বিনয় ফুটি উঠিছে । আনে কিছুমানৰ চকুত পিঞ্জৰাবদ্ধ বাঘৰ ক্ৰোধ চাৱনি ফুটি উঠিছে ।

মই মানুহৰ এই বিভিন্নতা দেখি আচৰিত হ'লো । মানুহ কেনেকৈ ইমান বেলেগ বেলেগ আকৃতিৰ হ'ব পাৰে ? ভাবিবলৈ ধৰিলো । জোৱালীজনীৰ ফালে চাই দেখিলো তাই নাই, কেতিয়াবাই গ'ল গম নাপালো । যোৱাৰ আগতে মোৰ বহীৰ চকুজোৰ আঁজি লৈ গ'ল । লাহে লাহে বিভিন্নতাৰ কাৰণ উপলব্ধি কৰিব পাৰিছো । গল্প লিখিমবুলি ঠিক কৰি কি লিখিম বিচাৰি পোৱা নাছিলো । এতিয়া পাইছো ।

মই লাহে লাহে বুজি উঠিছো মানুহৰ এই বিভিন্নতাৰ বাবে দায়ী কোন । মই সেয়া অস্থিচৰ্ম্মসাৰ মানুহবোৰক বুজাব লাগিব । বৰ বেছিকৈ শকত নোহোৱা, অথচ ক্ৰমান্বয়ে খীণ হ'বলৈ ধৰা মানুহবোৰক বুজাব লাগিব, কিয় ওপৰ মহলাৰ মানুহবোৰৰ পেটবোৰ ইমান ডাঙৰ হ'ল, কিয় সিহঁতে কটী দলিয়াইছে ? এটুকুৰা কটীৰ কাৰণে অন্য কিছুমানে কিয় বলীয়া কুকুৰৰ দৰে হেতা ওপৰা লগাব লগীয়া হৈছে ? এইবোৰকে লিখি, কৈ বুজাব লাগিব । মই বুজাব লাগিব কেনেকৈ গাভিনী শিয়ালৰ দৰে পেটবোৰ ফালি পেলাব লাগে । কেনেকৈ ডাঙৰ অট্টালিকা সদৃশ ঘৰবোৰ ভাঙিব

KKH Library

লাগে? মই বুজাব লাগিব এটুকুৰা কঠীৰ কাৰণে হেতা ওপৰা নলগাই মানুহ মানুহৰ দৰে থাকিবলৈ কি কৰিব লাগে? জন্তু প্ৰবৃত্তি থকা ইহঁতবোৰৰ বিবেচনা শক্তি মতেই জগাই তুলিব লাগিব। কিন্তু তাকে কৰিবলৈ মই তাহাঁতৰ মাজলৈ যাব নালাগিব নে? নহ'লে মোক বিশ্বাস কৰিব জানো? সেয়ে মোৰ ঘৰটোৰ পৰা ওলাই কুটপাথলৈ যোৱাটোকে ঠিক কৰিলো। কিন্তু মই এৰি যোৱা ঘৰটোত অন্য কোনোবা সোমাবও পাৰে। সোমাই জাপানীৰ পুতলাবোৰক বিশ্বব্ৰহ্মাণ্ড চলাওঁতা দেৱতা বুলি, অৰ্থহীন আঁকবাকবোৰক আধ্যাত্মিকতাৰ প্ৰতীক বুলি ভুল কৰিব। সেইকাৰণে ওলাই যোৱাৰ আগতে ঘৰটো ভঙাটোকে ঠিক কৰিলো। মই ভাঙিব ধৰিলো। অবিৰাম ভাবে ভাঙিবলৈ লাগি গ'লো। মোৰ প্ৰহাৰত দেৱালবোৰ খহিবলৈ ধৰিছে। স্বপ্ন ৰচা মূৰ্ত্তিবোৰ, ছবিবোৰ নষ্ট হ'বলৈ ধৰিছে। মই ভাঙিছো আৰু ভাঙিছো। মই ভাঙিছো সৃষ্টিৰ বাবে, সৃষ্টিৰ উন্মাদনাত মোৰ ভাগৰ আঁতৰি গৈছে। দূৰৰ পৰা এটা তীক্ষ্ণ মিঠা মাত স্পষ্টকৈ মোৰ কানত পৰিছে— "চৰৈবেতি! চৰৈবেতি"



# আইনষ্টাইন

শ্রীমুকুল চন্দ্র ফুকন।
প্ৰাক্ স্নাতক দ্বিতীয় বাৰ্ষিক,
বিজ্ঞান বিভাগ।।

সোতৰ শতিকাৰ চাৰ আইজাক নিউটনৰ পাছত বৰ্ত্তমান পৃথিবীৰ শ্ৰেষ্ঠ বৈজ্ঞানিক আইন্-ষ্টাইন। এওঁৰ "থিওৰি অব ৰিলেটিভিটি" তথ্যৰ আৱিষ্কাৰে পৃথিবীত আলোড়নৰ সৃষ্টি কৰিছে। আইনষ্টাইনৰ জীৱন চৰিতো আকৰ্ষণীয়—একালে গণিতৰ ফৰ্মুলা আনকালে হাতত এখন বেহেলা!

জাৰ্মানিৰ উলম নামৰ ঠাইত এটি ইহুদী পৰিয়ালত আলবাৰ্ট আইনষ্টাইনৰ জন্ম হয়—১৮৭৯ চনত। ছাত্ৰাৱস্থাত আইনষ্টাইনৰ বুদ্ধি-বৃত্তি নিমান চোকা নাছিল — শিক্ষকসকলৰ বিবেচনাতো তেওঁ আছিল সাধাৰণ ছাত্ৰ। অৱশ্যে ঠৈধ্য বছৰ বয়সৰ পৰা আইনষ্টাইনৰ বুদ্ধি-বৃত্তিৰ স্ফুৰণ হবলৈ ধৰিলে। সেই বয়সতে তেওঁ উচ্চ গণিতত অসাধাৰণ পাৰ্গতালি দেখুৱায়। তাৰ পাছত তেওঁ শিক্ষাৰ বাবে চুইজাৰলেণ্ডলৈ গৈছিল। তাৰ জুৰিক বিশ্ববিদ্যালয়ৰ পৰা গণিতত ডক্টৰ অব্ ফিলচফি উপাধি লাভ কৰে।

১৯০২ চনত আইনষ্টাইনে বাৰ্ণৰ এটা অফিচত পেটেন্ট পৰীক্ষকৰ কামত যোগ দিয়ে আৰু সেই সময়তে তেওঁ থিওৰি অব্ ৰিলেটিভিটিৰ গৱেষণাত মনোনিবেশ কৰে। ১৯০৫ চনত তেওঁৰ গৱেষণাৰ প্ৰথম ফলাফল প্ৰকাশিত হয় আৰু ১৯২১ চনত তেওঁ নবেল বঁটা লাভ কৰে। নতুন আৱিষ্কাৰৰ ফলত আইনষ্টাইন নানা ঠাট্টা-বিদ্ৰূপৰ সন্মুখীন হ'ব লগা হৈছিল, কিন্তু সেই বিদ্ৰূপে সত্যদ্ৰষ্টা বিজ্ঞানীক টলাব নোৱাৰিলে। অৱশেষত তেওঁৰ তথ্য সত্য বুলি প্ৰমাণিত হ'ল আৰু সকলোৱে একমুখে তেওঁক বিশ্বৰ শ্ৰেষ্ঠ বৈজ্ঞানিক বুলি অভিহিত কৰিলে। অৱশ্যে তেওঁ 'থিওৰি অব ৰিলেটিভিটি'ৰ বাবে নবেল বঁটা পোৱা নাছিল। পাইছিল তেওঁৰ আন এটা আৱিষ্কাৰ 'কোৱাণ্টাম থিওৰি'ৰ বাবেহে।

নবেল বঁটাৰ উপৰিও আইনষ্টাইনে পৃথিবীৰ বিভিন্ন দেশৰ পৰা পুৰস্কাৰ, উপাধি, সন্মান-পত্ৰ আদি লাভ কৰে। বিভিন্ন দেশৰ দ্বাৰা ইয়াৰ আগতে আৰু কোনো ব্যক্তিক তেনেভাৱে সন্মানিত কৰা হোৱা নাছিল।

আইনষ্টাইনৰ মতে পদাৰ্থ আৰু শক্তিৰ মূলতঃ কোনো পাৰ্থক্য নাই। শক্তি ঘনীভূত অৱস্থাই পদাৰ্থ। তেওঁ অঙ্ক কৰি দেখুৱালে যে, এক গ্ৰাম

KKH Library

যি কোনো পদাৰ্থকে যদি শক্তিলৈ ৰূপান্তৰিত কৰা হয় তেন্তে তাৰ পৰা এক প্ৰচণ্ড শক্তিৰ জন্ম হ'ব। সেই শক্তিৰ পৰিমাণ হ'ব— ১০০০০০০০০০০০০০০০০০০০০০০০ আৰ্গ। আচৰিত কথা, এনে বিৰাট শক্তি গোটখাই জন্ম হৈছে সাধাৰণ এক গ্ৰাম পদাৰ্থ। ১৯৩২ চনত কেম্ব্ৰিজ পৰীক্ষাগাৰত ইয়াৰ সত্যতা প্ৰমাণিত হ'ল — বিশ্ব স্তম্ভিত হ'ল। "শক্তিৰ পৰাই পদাৰ্থৰ জন্ম" — আইনষ্টাইনৰ এই নতুন তথ্যই হিন্দুদৰ্শনকে যেন কিছু পৰিমাণে মানি লৈছে। আইনষ্টাইনৰ আৰু এটা ধাৰণা হ'ল এইযে ব্ৰহ্মাণ্ড অনন্ত নহয়, কিন্তু অসীম। সূৰ্যৰ প্ৰচণ্ড তাপ আৰু জেউতিৰ ফলত ইউৰেনিয়ামৰ পৰমাণু ভাঙি আৰু হাইড্ৰোজেনৰ প্ৰোটন আৰু নিউট্ৰন একেলগ হৈ বিৰাট শক্তিৰ পৰিণত হৈছে। কাৰ পৰাই জন্ম হ'ল আনৱিক শক্তি—মৰণাস্ত্ৰ আনৱিক বোমা। শান্তিকামী বিজ্ঞানীৰ কঠোৰ সাধনাৰ আশীৰ্বাদ মুহূৰ্তত বিভীষিকাত পৰিণত হ'ল। মানৱৰ কল্যাণৰ বাবে আনৱিক শক্তি ব্যৱহাৰ কৰিবলৈ বিভিন্ন জাতিৰ প্ৰতি আইনষ্টাইনে অনুৰোধ জনাইছিল। আনৱিক শক্তিৰ অপব্যৱহাৰত শান্তিপ্ৰিয় আইনষ্টাইনক কম দুখ দিয়া নাছিল।

১৯৩৩ চনত হিটলাৰৰ শাসনত জাৰ্মানিত যি ইহুদী নিৰ্যাতন হয়, তাত আইনষ্টাইনো জন্মভূমিৰ পৰা বিতাড়িত হৈছিল। বিতাড়িত হৈ তেওঁ ফ্ৰান্স, বেলজিয়াম আৰু শেষত ইংলণ্ড পালেগৈ। তাৰ পাছত আমেৰিকাৰ প্ৰিন্সটন নগৰলৈ অধ্যাপক নিযুক্ত হৈ যাত্ৰা কৰিলে আৰু ১৯৪০ চনত আমেৰিকাৰ নাগৰিকত্ব লাভ কৰি মৃত্যু পৰ্য্যন্ত তাতে থাকিবলৈ লৈছিল।

পৃথিৱীৰ শ্ৰেষ্ঠ বিজ্ঞানী হৈও আইনষ্টাইন আছিল সৰল, অনাড়ম্বৰ আৰু আপোনভোলা লোক। সঙ্গীত তেওঁৰ বৰ প্ৰিয় আছিল আৰু তেওঁ নিজে সুন্দৰকৈ বেহেলা বজাব পাৰিছিল। আইনষ্টাইনৰ শিশুপ্ৰিয়তা লক্ষ্য কৰিবলগীয়া। এজনী সৰু ছোৱালীয়ে হেনো চকলেট খুৱাই তেওঁৰ হতুৱাই অঙ্ক কৰাই লৈছিল। শান্তিকামী আইনষ্টাইনে ভাৰতক, বিশেষকৈ শান্তিৰ প্ৰতীক মহাত্মা গান্ধীক অতি শ্ৰদ্ধা কৰিছিল। আনৱিক বোমাই যে পৃথিৱীৰ ধ্বংস আনিব, এই কথাৰ প্ৰতি সতৰ্ক কৰি তেওঁ কৈছিল—"যদি তৃতীয় মহাসমৰ লাগে আৰু সেই সময়ত যদি আনৱিক অস্ত্ৰ ব্যৱহাৰ কৰা হয়, তেন্তে চতুৰ্থ মহাসমৰত মানুহে ধনু কাঁড় লৈ যুদ্ধ কৰিব লাগিব।"

KKH Library

# প্ৰতিবেদন

**—সাধাৰণ সম্পাদক—**

যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ ১৯৭৪-৭৫ চনৰ ছাত্ৰ একতা সভাৰ সাধাৰণ সম্পাদকৰ প্ৰতিবেদন লিখাৰ প্ৰাৰম্ভণিতে যি সকলৰ অকুণ্ঠ সহায় সমৰ্থনত এই দায়িত্বভাৰ বহনৰ সুবিধা পালো সেইসকললৈ মোৰ আন্তৰিক প্ৰণাম থাকিল। আমাৰ কাৰ্য্যকালৰ সকলো কাম সুচাৰুৰূপে চলোৱাত নানা দিহা পৰামৰ্শৰে অনুপ্ৰাণিত কৰা বাবে আমাৰ মহাবিদ্যালয়ৰ মাননীয় অধ্যক্ষ শ্ৰীযুত কৃষ্ণচন্দ্ৰ কাকতিদেৱ, ছাত্ৰ একতা সভাৰ সভাপতি শ্ৰীযুত নিৰ্ম্মলচন্দ্ৰ গোস্বামী, কাৰ্য্যকালৰ শেষৰ ফালে প্ৰায় এমাহ কাল ভাৰপ্ৰাপ্ত সভাপতিৰ দায়িত্বত থকা শ্ৰীযুত অৰুণচন্দ্ৰ গোস্বামী আৰু অধ্যাপক অধ্যাপিকাবৃন্দলৈ শ্ৰদ্ধাৰে কৃতজ্ঞতা জ্ঞাপন কৰিলো।

অসমৰ দ্বিতীয় পুৰণি উচ্চশিক্ষানুষ্ঠান এই জগন্নাথ বৰুৱা মহাবিদ্যালয়ত শিক্ষা লাভ কৰিবলৈ অহাৰ পৰাই ছাত্ৰ সংগঠন আদিৰ বিভিন্ন কামৰ লগত জড়িত থাকি কিছু অভিজ্ঞতা পাইছিলো। সেই অভিজ্ঞতাকে মূলধন হিচাবে লৈ মোৰ মৰমৰ বন্ধু-বান্ধৱী সকলৰ প্ৰেৰণা পাই ছাত্ৰ একতা সভাৰ নিৰ্ব্বাচনত সাধাৰণ সম্পাদক পদৰ বাবে প্ৰতিদ্বন্দ্বিতাত নামি জয়লাভ কৰোঁ। এইখিনিতে আমাৰ কাৰ্য্যকালৰ ছাত্ৰএকতা সভাৰ বিষয়ববীয়া সকলৰ নামো লগতে উল্লেখ কৰিলো।

সভাপতি—
অধ্যাপক নিৰ্ম্মল চন্দ্ৰ গোস্বামী

উপ-সভাপতি—
শ্ৰীবিচিত্ৰ কুমাৰ বৰঠাকুৰ

সাধাৰণ সম্পাদক—
শ্ৰীপ্ৰদীপ কুমাৰ মহন্ত

সঃ সাধাৰণ সম্পাদক—
শ্ৰীবিজ্ঞান বৰদলৈ

তৰ্ক বিভাগৰ সম্পাদক—
শ্ৰীপ্ৰবীণ কুমাৰ ভট্টাচাৰ্য্য

লঘুক্ৰীড়া সম্পাদক—
শ্ৰীপ্ৰদীপ কুমাৰ বৰা

সাহিত্য সভা সম্পাদক—
শ্ৰীহিদেশ্বৰ হাজৰিকা

সঙ্গীত সম্পাদক—
শ্ৰীৰবিন শৰ্ম্মা

ছাত্ৰ জিৰণি কোঠা—
শ্ৰীবিজয় শৰ্ম্মা

ক্ৰিকেট সম্পাদক—
শ্ৰীবলিন হাজৰিকা

সমাজ সেৱা—
শ্ৰীদিলিপ কুমাৰ বৰা

ফুটবল সম্পাদক—
শ্ৰীসোণেশ্বৰ বৰুৱা

আলোচনী সম্পাদক—
শ্ৰীধৰ্মেশ্বৰ নেওগ

ছাত্ৰী জিৰণি কোঠা সম্পাদিকা—
শ্ৰীসুষমা গোস্বামী

ইয়াৰোপৰি প্ৰতিশ্ৰেণীৰ পৰা দুজনকৈ শ্ৰেণী প্ৰতিনিধি বাছি লোৱা হৈছিল।

ব্যক্তিগত জীৱনত মোৰ কাৰণে এনে গুৰুভাৰ লোৱা এইয়ে প্ৰথম। সেইয়ে অপৈনত অভিজ্ঞতাৰে কাৰ্য্যভাৰ চলাই যাওঁতে কিছু ভুল-ভ্ৰান্তি হোৱাটো স্বাভাৱিক। এবছৰীয়া কাৰ্য্যকাল চোৱাত এনে এখন বৃহৎ মহাবিদ্যালয়ৰ হেজাৰোধিক ছাত্ৰ-ছাত্ৰীৰ প্ৰতিনিধি হিচাপে কি দিব পাৰিলো তাৰ বিচাৰ আপোনালোকৰ ওপৰত। মোৰ ফালৰ পৰা মই ইয়াকে কব পাৰো যে মোৰ কাৰ্য্যকালত আগত অহা সকলো কামকে সুচাৰু ৰূপে কৰি যাবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিলো।

আমাৰ অভাৱসমূহ—(১) যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয় ১৯৩০ চনতে স্থাপিত হোৱা অসমৰ ২য় পুৰণি আৰু সৰ্ব্বপ্ৰথম বে-চৰকাৰী কলেজ। কলা, বিজ্ঞান আৰু বাণিজ্য বিভাগত তিনি হাজাৰতকৈও অধিক ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা লাভ কৰে। এনে এখন মহাবিদ্যালয় কিছুমান অতি প্ৰয়োজনীয় সুবিধাৰ পৰা আজিও বঞ্চিত হৈ আছে। এই অভাৱবোৰৰ বিষয়ে বিচাৰ কৰিলে প্ৰথমে আমাৰ দৃষ্টিত পৰে এটা ছাত্ৰীবাসৰ অভাৱ। এনে এখন বৃহৎ মহাবিদ্যালয়ত দূৰৰ ছাত্ৰী সকলৰ বাবে এটা ছাত্ৰী বাস নথকাটো সঁচাকৈয়ে বৰ পৰিতাপৰ কথা। (২) ইয়াৰ উপৰিও ছাত্ৰসকলৰ বাবে এটা 'জিৰণি কোঠাৰ' অভাৱ মনকৰিব লগীয়া। ছাত্ৰসকলে আজৰি 'পিৰিয়দত' জিৰাবৰ বাবে, খেলাধূলা কৰিবৰ বাবে এটা জিৰণি ঘৰৰ অতি প্ৰয়োজন। জিৰণি কোঠাৰ অভাৱত ছাত্ৰসকলে প্ৰেক্ষাগৃহকে ব্যৱহাৰ কৰিবলৈ লৈছে। ফলত প্ৰেক্ষাগৃহৰ

KKH Library

সৌন্দৰ্য্য হানি হৈছে আৰু ছাত্ৰসকলৰো বহুত অসুবিধা হৈছে। (৩) ছাত্ৰ একতা সভাৰ কাৰণে এটা নিৰ্দ্দিষ্ট আৰু বহল কোঠাৰ অতি প্ৰয়োজন। কিন্তু দুৰ্ভাগ্যবশতঃ তাক আমি আজিও পোৱা নাই। তাৰ পৰিবৰ্ত্তে এটা সৰুকোঠা 'ছাত্ৰ একতা সভাৰ' নামত পোৱা হৈছে। ফলত একতা সভাৰ বিভিন্ন সম্পাদকৰ দায়িত্বত থকা বিভিন্ন বস্তু সমূহ ৰাখিবলৈ আৰু একতা সভাৰ কাৰ্য্যকৰী বৈঠক আদি বহুৱাবলৈ ভীষণ সমস্যাৰ সন্মুখীন হব লগাত পৰে। (৪) বিজ্ঞান শাখাৰ বিভিন্ন আহিলা পাতিৰ নাটনিয়ে শিক্ষাগ্ৰহণ আৰু দানৰ সময়ত ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক শিক্ষয়িত্ৰী সকলক বহুসময়ত বিপাঙত পেলাইছে। ইয়াৰ ভিতৰত বিশেষকৈ ৰসায়ন বিভাগৰ 'গেছ প্লেণ্ট'ৰ অভাৱটো উল্লেখযোগ্য। (৫) আমাৰ ছাত্ৰবাসৰ পানী যোগান আৰু গাধোৱা ঘৰৰ সমস্যা উল্লেখনীয়। ছাত্ৰাবাসত যি পানী টেঙ্কী আছে সি অভাৱ পূৰণৰ বাবে যথেষ্ট নহয়। ছাত্ৰাবাসত গাধোৱা ঘৰ নথকাত ছাত্ৰসকলৰ বাবে গা ধোৱাটো কেনে অসুবিধা তাক নকলেও সকলোৱে বুজিব। এইবোৰৰ উপৰিও আমাৰ আৰু বহুতো অভাৱ, ও সমস্যা আছে। সেইবোৰৰ বিষয়ে উল্লেখ কৰিলে প্ৰতিবেদন বহু দীঘলীয়া হব বুলিয়েই তাক ব্যক্ত নকৰো। মুঠতে আমাৰ মহাবিদ্যালয়খন যে এখন 'অভাৱপূৰ্ণ' মহাবিদ্যালয় তাক আপোনালোকে জানি থওক।

উপৰোক্ত অভাৱ আৰু কিছুমান অভাৱৰ বিষয়ে উল্লেখ কৰি এখন সাতদফীয়া দাবীপত্ৰ তৈয়াৰ কৰি যোৱা ৩-৩-৭০ তাৰিখে দিচপুৰত অসমৰ মাননীয় মুখ্যমন্ত্ৰী, শিক্ষামন্ত্ৰী, ৰাজহমন্ত্ৰী, স্বাস্থ্যমন্ত্ৰী, গৃহমন্ত্ৰী শিক্ষাধিকাৰক লগ কৰি একোখনকৈ স্মাৰক পত্ৰ দিয়া হয়। তেখেতসকলৰ লগত আলোচনা কৰি সমাধানৰ আশ্বাস পাই ঘূৰি আহোঁ। ইয়াৰোপৰি আমাৰ মহাবিদ্যালয় উদ্ভিদ আৰু প্ৰাণী বিদ্যাত স্নাতকোত্তৰ মহলা খোলাৰ সম্পৰ্কত বহুতো যুক্তিপূৰ্ণ সুবিধা দেখুৱাই ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য শ্ৰীযুত জিতেন্দ্ৰ নাথ দাসদেৱক যোৰহাট চাৰ্কিট হাউচত লগপৰি এখন স্মাৰক পত্ৰ দিয়া হৈছিল। উক্ত দাবীসমূহ আৰু অন্যান্য কিছুমান দাবী লৈ এখন সৰু দফীয়া প্ৰস্তাৱ পত্ৰ মহাবিদ্যালয় পৰিচালনা সমিতিৰ সম্পাদক আৰু আমাৰ অধ্যক্ষৰ ওচৰত দাখিল কৰো। অৱশ্যে সামান্য পৰিমাণে হলেও মহাবিদ্যালয়ৰ নিজৰ পুঁজিৰে কিছুমান আমাৰ কাৰ্য্যকালত কৰিলে। এই খিনিতে আমাৰ পৰৱৰ্ত্তী ছাত্ৰ একতা সভাই যেন এই অভাৱসমূহ পূৰণ কৰাত অগ্ৰসৰ হয় তাৰবাবে তেখেতসকলক আমাৰ অনুৰোধ থাকিল।

অভাৱেৰে পৰিপূৰ্ণ আমাৰ মহাবিদ্যালয়ৰ সকলো অভাৱ আমাৰ কাৰ্য্যকালৰ ভিতৰতে সমাধান কৰিব পৰাটো কেতিয়াও সম্ভৱ নহয়। যিহেতু সকলো অভাৱ পূৰণৰ বাবে অৰ্থৰ আৱশ্যক। গতিকে চৰকাৰৰ সাহায্যৰ অবিহনে এই অভাৱসমূহ দূৰ হোৱাটো অনিশ্চিত। তথাপিও আমাৰ কাৰ্য্যকালছোৱাত দুই এটা সমস্যা সমাধানৰ বাবে অনুমোদন লাভ কৰিছিলো। তাৰ ভিতৰত আমি কাৰ্য্যভাৰ লওঁতে ছাত্ৰএকতা সভাৰ কাৰ্য্যালয়ত নিচাকৈ আলমাৰী কেইটাৰ

KKH Library

বাহিৰে আন কোনো বস্তুৱেই নাছিল। আমাৰ কাৰ্য্যকালতে কাৰ্য্যালয়লৈ চকী, মেজ, টেবুল, আইত, যোন আদিৰ যোগান ধৰি কাৰ্য্যালয়টো চজুত কৰা হ'ল।

ছাত্ৰীবাসৰ কাৰণে চৰকাৰৰ পৰা ১৯৭১ চনতে যি মাটি পোৱা হৈছিল সেইখন পৰিমাণত কম আছিল আৰু আনহাতেদি সেই মাটিলৈ যাবৰ বাবে কোনো বাট্‌টো নাছিল। আমাৰ দিনতে উক্ত মাটিৰ লগতে আৰু ১ [এক] বিঘা মাটিৰ অনুমোদন চৰকাৰৰ পৰা পাওঁ।

আমাৰ কাৰ্য্যকালৰ ভিতৰত শিক্ষামূলক ভ্ৰমণৰ কাৰণে যোৰাটোও অন্যতম। সাধাৰণ ছাত্ৰ-ছাত্ৰীৰ বাবে কেইবা বছৰো ধৰি শিক্ষা-মূলক ভ্ৰমণৰ কোনো সুবিধা পোৱা নাছিল। মোৰা অধ্যক্ষৰ মাহত এটা ভ্ৰমণৰ টকাৰ অনু-মোদন লৈ নিৰ্বাচনীয়া ছাত্ৰ-ছাত্ৰীৰ লগত অধ্যাপক দলৰ তত্বাৱধিকা আৰু অধ্যাপক শিবা ভট্টাচাৰ্যৰ লগত দিল্লী, আগ্ৰা, কলিকতা আৰু আজিমীৰৰ কিছু ঠাই পৰিভ্ৰমণ কৰি আহে। ইয়াৰ উপৰিও আন কিছুমান কামো আমাৰ কাৰ্য্যকালৰ ভিতৰতে সমাধা হৈছে। এই ক্ষেত্ৰত মহাবিদ্যালয়ৰ অধ্যক্ষৰ সহযোগিতা প্ৰশংসনীয়।

ইমানতে আমাৰ কাৰ্য্যকালত পালন কৰা মহাবিদ্যালয়ৰ বাৰ্ষিক উৎসৱৰ বিষয়ে লগতে উল্লেখ কৰিলো।

মহাবিদ্যালয় সপ্তাহ :— অসমীয়া সমাজত 'বিহু' যেনেকৈ এটা বাৰ্ষিক উৎসৱ ঠিক সেই দৰে কলেজীয়া ছাত্ৰ ছাত্ৰীৰ বাবে 'কলেজ সপ্তাহ' এটা বাৰ্ষিক উৎসৱ। এই বাৰ্ষিক সমাৰোহ ছাত্ৰছাত্ৰীসকলৰ বিশেষ আকৰ্ষণীয়। বছৰৰ শ্ৰেষ্ঠ প্ৰতিযোগীসকল নিৰ্বাচিত হয় এই মহা-বিদ্যালয় সপ্তাহত পতা বিভিন্ন প্ৰতিযোগিতা সমূহৰ যোগেদি। পূৰ্ব্বৰ দৰে এইবাৰো উলহ মালহেৰে বিশেষ উৎসাহ উদ্দীপনাৰ মাজেদি এই বাৰ্ষিক সমাৰোহ ৭।১২,৭৫ তাৰিখৰ পৰা ১১।১২।৭৫ তাৰিখলৈকে ছয়দিনীয়াকৈ আয়োজন কৰা হৈছিল। মহাবিদ্যালয়ৰ পতাকা উত্তোলন কৰি অধ্যক্ষ কৃষ্ণচন্দ্ৰ কাকতিদেৱে এই সমাৰোহৰ শুভাৰম্ভ কৰে। বিভিন্ন কাৰ্য্যসূচীৰে সঙ্গীত সাহিত্য, তৰ্ক, আকস্মিক বক্তৃতা, নাটক কুইজ আদি প্ৰতিযোগিতা পাতি ছাত্ৰছাত্ৰীসকলৰ মানসিক প্ৰতিভা বিকাশৰ সুযোগ দিয়া হয় শেষৰ দিনাৰ বঁটাবিতৰণী সভাত যোৰহাট চন্দ্ৰকমল বেজবৰুৱা বাণিজ্য মহাবিদ্যালয়ৰ অধ্যক্ষ শ্ৰীযুত বিজয় নাথ শৰ্মাই মুখ্য অতিথি হিচাপে যোগদান কৰে। ৰাতি এখনি 'সঙ্গীত সমাৰোহ' আয়োজন কৰা হয়। এই সমাৰোহৰ বিশেষ আকৰ্ষণ আছিল আকাশবাণীৰ শিল্পী দিলীপ দত্ত, অনিমা ভট্টাচাৰ্য্য আৰু মল্লিকা শৰ্ম্মা।

KKH Library

নৱাগত আদৰণী সভা :— জগন্নাথ বৰুৱা মহাবিদ্যালয়লৈ বিভিন্ন ঠাইৰ পৰা শিক্ষা আহৰণৰ বাবে অহা নৱাগত ছাত্ৰছাত্ৰী সকলক যোৱা ১৬ চেপ্তেম্বৰ তাৰিখে আনুষ্ঠানিকভাৱে "স্বাগতম" জনোৱা হয়। এই উদ্দেশ্যে আয়োজন কৰা সভাত সভাপতিত্ব কৰে অধ্যক্ষ কৃষ্ণচন্দ্ৰ কাকতিদেৱে। আমন্ত্ৰিত মুখ্য অতিথি হিচাপে অসমৰ গৃহ, তথ্য সংযোগ আৰু সাংস্কৃতিক দপ্তৰৰ মন্ত্ৰী শ্ৰীযুত হিতেশ্বৰ শইকীয়াদেৱে যোগদান কৰে। আৰু শিৱসাগৰ জিলাৰ উপায়ুক্ত ৰমানন্দ বৰুৱাদেৱেও এই সভাত উপস্থিত থাকে। এই সভাতে দিবা

শাখাৰ ছাত্ৰ একতা সভাৰ পুজিৰ পৰা মুখ্যমন্ত্ৰী বানপীড়িত সাহায্য পুজিলৈ চাৰিশএটকা দান কৰা হয়।

বিদায় সম্ভাষণ :— ১৯৪৪ চনৰ পৰা আমাৰ মহাবিদ্যালয়ত অধ্যাপনা কৰা অৰ্থনীতিবিদ, শিক্ষাব্ৰতী উপাধ্যক্ষ শ্ৰীযুত মহেশ চন্দ্ৰ ঘোষদেৱক ২৭।১।৭১ তাৰিখে ছাত্ৰ একতা সভা তৰফৰ পৰা এখনি বিদায় সভা আয়োজন কৰি আমাৰ মাজৰ পৰা আনুষ্ঠানিকভাৱে বিদায় সম্ভাষণ জনোৱা হয়।

আমাৰ মহাবিদ্যালয়ত শিক্ষাকাল অন্তপৰা তৃতীয় বাৰ্ষিক শ্ৰেণীৰ স্নাতক পৰীক্ষাৰ্থীসকলক ১৪।৩।৭৫ তাৰিখে ছাত্ৰ একতা সভাৰ তৰফৰ পৰা আয়োজন কৰা এখনি সভাত সকলো ছাত্ৰছাত্ৰী আৰু অধ্যাপক অধ্যাপিকা উপস্থিত থাকি তেওঁলোকসকলৰ উজ্জ্বল ভৱিষ্যতৰ কামনা কৰি মহাবিদ্যালয় পৰা আনুষ্ঠানিকভাৱে বিদায় জনোৱা হয়।

শিক্ষক দিৱস— পৱিত্ৰ শিক্ষক দিৱস উপলক্ষে ৫ চেপ্তেম্বৰৰ দিনা এখন সভা আয়োজন কৰি শিক্ষক দিৱসৰ তাৎপৰ্য্যৰ বিষয়ে আলোচনা কৰা হয়।

শোক সভাঃ— ১৯৭৪-৭৫ চনত আমাৰ কাৰ্য্যকালৰ ভিতৰতে আমি কেইবাজনো ৰাজনৈতিক নেতা, দাৰ্শনিক, সাহিত্যিক সমাজ কৰ্মীক হেৰুৱালো। সেইসকলৰ ভিতৰত ৰেলৱে মন্ত্ৰী ললিত নাৰায়ণ মিশ্ৰ, দাৰ্শনিক পণ্ডিত ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি সৰ্বপল্লী ৰাধাকৃষ্ণন, অসমৰ প্ৰাক্তন মন্ত্ৰী সাহিত্যিক অমিয়কুমাৰ দাস, আমাৰ মহাবিদ্যালয়ৰ ঘনিষ্ঠ সহযোগী প্ৰসন্ন কুমাৰ বৰুৱাৰ মৃত্যুত একোখনকৈ শোকসভা পাতি তেওঁলোকসকলৰ আত্মাৰ সদগতি বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনোৱা হয়।

তুলসী নাৰায়ণ শৰ্মাৰ মৃত্যুতিথি—জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যাপক আৰু পিচলৈ অধ্যক্ষ হোৱা আজীৱন শিক্ষাব্ৰতী তুলসী নাৰায়ণ শৰ্মাদেৱৰ মৃত্যুতিথি ৩০ চেপ্তেম্বৰ তাৰিখে পালন কৰা হয়।

স্বাধীনতা দিৱস — ভাৰত যুক্তৰাষ্ট্ৰৰ ২৮ তম স্বাধীনতা দিৱস ১৫ আগষ্ট দিনা সমগ্ৰদেশৰ লগতে আমাৰ মহাবিদ্যালয়তো পালন কৰা হয়।

গণৰাজ্য দিৱস :— ২৬ জানুৱাৰী দিনা পৱিত্ৰ গণৰাজ্যদিৱস পালন কৰি জাতীয় পতাকা উত্তোলন কৰা হয়।

উক্ত দুয়ো দিনা জাতীয় পতাকা উত্তোলন কৰে অধ্যক্ষ শ্ৰীযুত কৃষ্ণচন্দ্ৰ কাকতিদেৱে।

সৰস্বতী পুজা :— পূৰ্বৰ নিয়ম ৰাখি এইবাৰো আমাৰ মহাবিদ্যালয়ত শ্ৰীশ্ৰীসৰস্বতী পূজা পালন কৰা হয়। পূজা ভাগ সুচাৰু ৰূপে চলাবৰ বাবে প্ৰথমবাৰৰ বাবে এইবাৰ এখন পূজা সমিতি গঠন কৰি দিয়া হয়।

আমাৰ কাৰ্য্যকালৰ খুটি নাটি সামৰি এই খিনিতে আমাৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰা আমাৰ তৃৰগত ভাৱে আহি থকা পৰৱৰ্ত্তী ছাত্ৰছাত্ৰী বন্ধু বান্ধৱী সকলৈ দুআষাৰ মান বিদায়ী মনোভাৱ প্ৰকাশ কৰিবলৈ পাই আনন্দ লভিছো। স্তৰগত ভাৱে আপোনাসকল আমাতকৈ আগপিছ হলেও আমাৰ আৰু আপোনালোকৰ কাৰ্য্যপন্থা একেই। যিহেতু আমি সকলো একে পথৰ একে শ্ৰেণীৰ যাত্ৰী। সেয়ে

KKH Library

আমি এই কৰ্মময় পৃথিবীৰ নানা কাম সমাধানৰ বাবে অনেক ঘাট-প্ৰতিঘাট অতিক্ৰম কৰি লক্ষ্যস্থানত উপনীত হব লাগিব। কিন্তু তাত উপনীত হবৰ বাবে যেন আপোনাসকলে কেতিয়াও উত্তেজনাৰ বশৱৰ্ত্তী হৈ উশৃংখল নহয় তাতৈ সতৰ্ক হব। কাৰণ উশৃংখলতাই কোনো সমস্যাৰ সমাধান দিব নোৱাৰে। ই নতুন কিছুমান জটিল সমস্যাৰহে সৃষ্টি কৰিব। সেইহে আপোনাসকলে ভৱিষ্যত কাৰ্য্যপন্থা আগত ৰাখি আগ বাঢ়ি যাওঁতে যেন প্ৰতিটো পদক্ষেপেই সু-চিন্তা সু-আদৰ্শৰে পৰিপূৰ্ণ হয়।

কৃতজ্ঞতাৰে সোঁৱৰিছো :— কোনো এটা কাম সুচাৰু ৰূপে পৰিচালনা কৰিবৰ বাবে আনৰ সহায় সহযোগ নিতান্তই আৱশ্যক। আমাৰ কাৰ্য্যকালৰ ভিতৰত বিভিন্ন দিশত উপ-দেশ দি সহায় কৰাৰ কাৰণে সৰ্ব্বপ্ৰথমে অধ্যক্ষকে প্ৰমুখ্য কৰি মহাবিদ্যালয়ৰ শিক্ষক শিক্ষয়িত্ৰী সকলকৈ মোৰ আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিছো। লগতে মহাবিদ্যালয়ৰ কৰ্ম্মচাৰীবৃন্দই সময় সাপেক্ষে নানা কামত সহায় আৰু উপদেশ আদি দি সহাঁৰি জনোৱাৰ বাবে তেওঁলোক সকলকৈ মোৰ ফালৰ পৰা ধন্যবাদ জনাইছো। নিৰ্ব্বাচনত নামিবলৈ উৎসাহিত কৰাৰ পৰা কাৰ্য্যকাল অন্ত পৰ্যন্তলৈকে আমাক প্ৰতি পদে পদে সহায় কৰি দিয়াৰ বাবে বন্ধুবান্ধৱী আদিৰ কথা মই কেতিয়াও পাহৰিব নোৱাৰিম। তেওঁলোক সকলোলৈকে মোৰ হিয়াভৰা মৰম থাকিল। নতুন ছাত্ৰ একতা সভালৈ আমাৰ শুভেচ্ছা জনাইছো। সৰ্ব্বশেষত মহাবিদ্যালয়ৰ প্ৰতীকত থকা 'The light that never fails' কথাষাৰ মনত ৰাখি মহাবিদ্যালয় খনিৰ সুদীৰ্ঘ জীৱন আৰু ছাত্ৰছাত্ৰী সকলৰ প্ৰতি পদক্ষেপতে উজ্জ্বল ভৱিষ্যতৰ কামনা কৰি ইতিৰ যৱনিকা টানিলো।

বিনীত

শ্ৰীপ্ৰদীপ কুমাৰ মহন্ত
সাধাৰণ সম্পাদক,
১৯৭৪—৭৫ চন

—সম্পাদক

## খেল বিভাগ—

১৯৭৪।৭৫ চনৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ খেল-বিভাগৰ সম্পাদক হিচাপে মই মোৰ প্ৰতি-বেদন ডাঙি ধৰিবলৈ হৈ প্ৰথমেই মহাবিদ্যালয়ৰ সমূহ ছাত্ৰ-ছাত্ৰীলৈ মোৰ অন্তৰৰ নিভৃত কোণত থকা অকৃত্ৰিম মৰম ও কৃতজ্ঞতা জ্ঞাপন কৰিলো। কিয়নো তেওঁলোকসকলৰ অনুপ্ৰেৰণাতেই মই অপ্ৰতিদ্বন্দ্বী হৈ খেলবিভাগৰ সম্পাদক হিচাপে গুৰুভাৰ গ্ৰহণ কৰিবলৈ সাহস কৰিছিলো। অন্যথাই হয়তো মোৰ এই আশা বাস্তৱত ৰূপায়িত কৰিব নোৱাৰিলোহেঁতেন।

KKH Library

১৯৭২ চনৰ ২৪ আগষ্ট তাৰিখে মহাবিদ্যালয়ত প্ৰবেশ কৰিয়েই মনত এটা আশাই পোষণ কৰিছিলো, সেইয়া হ'ল মহাবিদ্যালয়ৰ ছাত্ৰ একতা সভাৰ কোনো এটা বিষয় বাব লৈ সেই বিষয়ত নতুনত্ব সৃষ্টি কৰা। সেয়েহে ভূতপূৰ্ব্ব সাধাৰণ সম্পাদকদ্বয় ৺অমূল্য মহন্ত ও ৺নৃপেন বৰুৱাৰ দিনত কাৰ্য্যকৰী সদস্য হিচাবে থাকি মাপো কাম বন বিলাক শিকিবলৈ যত্ন কৰি মহাবিদ্যালয়ৰ ছাত্ৰ একতাৰ দ্বাৰা আয়োজিত সকলো Function ত সক্ৰিয় অংশ গ্ৰহণ কৰিছিলো। তাৰ পাছত ১৯।৪।৭৫ চনৰ বাবে খেল-বিভাগৰ সম্পাদক হিচাবে ছিতুনি অপ্ৰতিদ্বন্দ্বী হৈ কাৰ্য্যভাৰ গ্ৰহণ কৰিছিলো।

এতিয়া যদি মোক কোনোবাই প্ৰশ্ন কৰে যে গত বছৰটোত মই ছাত্ৰ-ছাত্ৰী সকলৰ বাবে কি কৰিলো বুলি, তেন্তে মই অতি দুখেৰে কৈছো জনাব লাগিব যে সঁচাকৈয়ে মই একো কৰিব নোৱাৰিলো। কোনো নতুনত্ব আনিব নোৱাৰিলো। অৱশ্যে ইয়াৰ বাবে অকল ময়েই দোষী বুলি কব নোৱাৰো। কাৰণ সময় ও পৰিবেশে মোক নতুনত্ব অনাত তথা উন্নতি সাধন কৰাত যথেষ্ট বাধা আৰোপ কৰিছিল। সময় আৰু পৰিবেশে বাধা দিয়াৰ কথা হ'ল ১৯।১১।৭৪ তাৰিখৰ পৰা আন্তঃ মহাবিদ্যালয় ক্ৰীড়া প্ৰতিযোগিতা পাতিবলৈ সিদ্ধান্ত লোৱাৰ বাবে মই যথেষ্ট অসুবিধাৰ সমুখীন হওঁ। কিয়নো ১২।১২।৭৪ তাৰিখে মই বিশেষভাৱে কাৰ্য্যভাৰ গ্ৰহণ কৰি ১৬,১৭ তাৰিখে মহাবিদ্যালয়ৰ বাৰ্ষিক ক্ৰীড়া প্ৰতিযোগিতা পাতিব লগীয়া হয়। তাৰ পাছত ১৮।১২।৭৪ তাৰিখে আন্তঃ মহাবিদ্যালয় ক্ৰীড়া প্ৰতিযোগিতাৰ বাবে দল নিৰ্ব্বাচন কৰি যাত্ৰা কৰিব লগীয়া হয়। প্ৰতিযোগী সকলক অনুশীলনৰ বাবে সুবিধা দিব নোৱাৰাটোৱেই হ'ল উন্নতিৰ প্ৰধান হেঙাৰ। আৰু ইয়াৰ বাবেই মই সময় তথা পৰিবেশক দোষ দিবলৈ বাধ্য। যদিও প্ৰতিযোগীসকলে অনুশীলনৰ বাবে সময় পোৱা নাছিল তথাপিও প্ৰতিযোগীসকলে প্ৰতিযোগিতাত যথেষ্ট পাৰদৰ্শিতা দেখুৱাই ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ভিতৰত দ্বিতীয় শ্ৰেষ্ঠ দল ৰূপে পৰিগণিত হৈছিল। ই মোৰ দুঃভাগ্যইনে সৌভাগ্য সেয়া মই নাজানো।

অৱশ্যে মোৰ কাৰ্য্যকালত এটা বিষয়ত সম্পূৰ্ণ নতুনত্বৰ প্ৰবৰ্ত্তন কৰিছিলো। সেইয়া হ'ল আন্তঃ মহাবিদ্যালয় বেটমিন্টন প্ৰতিযোগিতা। মোৰ দিনতে জগন্নাথ বৰুৱা মহাবিদ্যালয়ে প্ৰথমবাৰৰ বাবে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অন্তৰ্গত আন্তঃ মহাবিদ্যালয় বেটমিন্টন প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিছিলে আৰু প্ৰথমবাৰৰ বাবে ছোৱালীৰ দ'লে শ্ৰেষ্ঠ দলৰ বিজয়ী সন্মান লাভ কৰে। ই মোৰ বাবে অতিশয় গৌৰৱৰ বিষয় বুলি মই ভাবো। কিয়নো আগতে কোনোবাৰ আমাৰ মহাবিদ্যালয়ে আন্তঃ মহাবিদ্যালয় বেটমিন্টন প্ৰতিযোগিতাত যোগদান কৰাৰ সুবিধা পোৱা নাছিল।

কাৰ্য্যভাৰ গ্ৰহণ কৰিয়েই মই বহুতো পৰিকল্পনা হাতত লৈছিলো সেইবোৰ হয়তো মই সম্পূৰ্ণৰূপে বাস্তৱত ৰূপায়িত কৰিব নোৱাৰিলো। আশাকৰো নতুন সম্পাদকে মোৰ এই পৰিকল্পনা সমূহ বাস্তৱত ৰূপ দিব পাৰিব।

প্ৰতিবেদন বুলি কওঁতে কাৰ্য্যক্ৰমনিকা উল্লেখ কৰাটো প্ৰতিবেদনৰ অপৰিহাৰ্য্য অংগ। মোৰ কাৰ্য্যক্ৰমনিকা বিশেষ নাই। যিকেইটা আছিল সেইয়া হ'ল মহাবিদ্যালয়ৰ বাৰ্ষিক ক্ৰীড়া প্ৰতিযোগিতা, আন্তঃ মহাবিদ্যালয় ক্ৰীড়া প্ৰতি-

KKH Library

যোগিতা, আন্তঃ মহাবিদ্যালয় বেড্মিণ্টন প্ৰতিযোগিতা তথা বাৰ্ষিক মহাবিদ্যালয় বেড্মিণ্টন প্ৰতিযোগিতাই প্ৰধান। এই প্ৰতিযোগিতাসমূহ মই কোনো আসোঁৱাহ নথকাকৈ চলাব পাৰিছিলো বুলি মোৰ দৃঢ়বিশ্বাস। মোৰ এই কাৰ্যাক্ৰমণিকা সুচাৰুৰূপে পৰিচালনা কৰাত যিকেইগৰাকী অধ্যাপক, অধ্যাপিকা তথা ছাত্ৰ ও ছাত্ৰীয়ে বিশেষভাৱে সহায় কৰিছিল তেখেতসকলৰ প্ৰতি যদি মই কৃতজ্ঞতা জ্ঞাপন নকৰো তেন্তে মোৰ নিশ্চয় ভুল হব। সেইসকলৰ ভিতৰত হ'ল ছাত্ৰ একতা সভাৰ সভাপতি শ্ৰীযুত নিৰ্ম্মলচন্দ্ৰ গোস্বামী, তত্ত্বাৱধায়ক অধ্যাপক শ্ৰীযুত ননী গোপাল গোস্বামী, অধ্যাপক প্ৰভাত মহন্ত, অধ্যাপক অৰুণ দত্ত, অধ্যাপক মুকুল চলিহা, অধ্যাপক বদন শইকীয়া, অধ্যাপক অখিল হাজৰিকা, অধ্যাপক যদু সিদ্ধান্ত, অধ্যাপক আনন্দ বৰমুদৈ, অধ্যাপক কহিনা বৰুৱা, অধ্যাপক অজিত দাস, অধ্যাপক দুলাল ভট্ট, অধ্যাপক মাধৱ বৰুৱা, অধ্যাপিকা ৰাখী সৌৰভ তথা অধ্যাপিকা বাণী ঘোষ আৰু অধ্যক্ষ শ্ৰীযুত কৃষ্ণ কাকতিদেৱে দিয়া দিহাপৰামৰ্শ ও সহায় সহানুভূতিৰ বাবে তেখেতসকলক মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছো। তাৰোপৰি মিত্ৰসকল বন্ধু-বান্ধৱীয়ে মোৰ কাৰ্যাক্ৰমণিকা পৰিচালনা কৰাত সহায় সহযোগিতা আগ বঢ়ালে তেওঁলোকলৈ মোৰ আন্তৰিক কৃতজ্ঞতা ও ধন্যবাদ জ্ঞাপন কৰিলো।

সৰ্ব্বশেষত মোৰ কাৰ্য্যকালছোৱাত (১৯৭৪-৭৫) অনুষ্ঠিত হোৱা প্ৰতিযোগিতাসমূহৰ ফলাফলসমূহ দাঙিধৰি প্ৰতিবেদনৰ সামৰণি সামৰণি মাৰিবলৈ মনস্থ কৰিছো।

বাৰ্ষিক মহাবিদ্যালয় ক্ৰীড়া প্ৰতিযোগিতা-

১০০ মিটাৰ দৌৰ (ল'ৰাৰ)
১ম— শ্ৰীসুৰেণ বৰুৱা
২য়— ,, ভুবন দাস
৩য়— ,, আমান হুচেইন

১০০ মিটাৰ দৌৰ (ছোৱালীৰ)
১ম— শ্ৰীমতী শিখাৰাণী হাজৰীকা
২য়— ,, ঝিপু হাজৰীকা
৩য়— ,, অৰ্পনা বৰকাকতী

২০০ মিটাৰ দৌৰ (ল'ৰাৰ)
১ম— শ্ৰীভুবন দাস
২য়— ,, সুৰেন বৰুৱা
৩য়— ,, আমান হুচেইন

২০০ মিটাৰ দৌৰ (ছোৱালীৰ)
১ম— শ্ৰীমতী শিখাৰাণী হাজৰীকা
২য়— ,, ঝিপু হাজৰীকা
৩য়— পাৰুল দেৱী

৪০০ মিটাৰ দৌৰ (ল'ৰাৰ)
১ম— শ্ৰীভুবন দাস
২য়— ,, মাখন শৰ্ম্মা
৩য়— ,, আমান হুচেইন

৪০০ মিটাৰ দৌৰ (ছোৱালীৰ)
১ম— শ্ৰীমতী শিখাৰাণী হাজৰীকা
২য়— ,, পাৰুল দেৱী
৩য়— ৰাধা দত্ত

১৫০০ মিটাৰ দৌৰ (ল'ৰাৰ)

১ম— শ্ৰীলক্ষীধৰ কছাৰী
২য়— ,, শচীন গোহাঁই
৩য়— ,, মাখন শৰ্ম্মা
৪থ— ,, আমান হুচেইন

১০,০০০ মিটাৰ দৌৰ (ল'ৰাৰ)
১ম— শ্ৰীলক্ষীধৰ কছাৰী
২য়— ,, সুব্ৰত পাঠক
৩য়— ,, পি, নাইডু
৪থ— ,, অৰুণ বৰুৱা

লং জাম্প (ছোৱালীৰ)
১য়— শ্ৰীমতী শিখাৰাণী হাজৰীকা
২য়— ,, জিপু হাজৰীকা
৩য়— ,, পাৰুল দেৱী

লংজাম্প (ল'ৰাৰ)
১ম { শ্ৰীআমান হুচেইন
,, প্ৰেমকান্ত শইকীয়া
২য় { ,, ভুপেন গগৈ
,, প্ৰদীপ বৰা
৩য়— ,, ভুবন দাস

ডিচকাচ থ্ৰু (ছোৱালীৰ)
১ম— শ্ৰীমতী জুলা শৰ্ম্মা
২য়— ,, নিকুঞ্জলতা বৰা
৩য়— ,, মধুকৃষ্ণা দেউৰী

ডিচকাচ থ্ৰু (ল'ৰাৰ)
১ম— শ্ৰীতৰুণ চন্দ্ৰ বৰা
২য়— ,, বিজয় সিং মিপুন
৩য়— ,, জীৱন গগৈ

জেভেলিন থ্ৰু (ছোৱালীৰ)
১ম— শ্ৰীমতী দীপান্বিতা দত্ত
২য়— ,, লাৱনা মহন্ত
৩য়— ,, মধুকৃষ্ণা দেউৰী

জেভেলিন থ্ৰ (ল'ৰাৰ)
১ম— শ্ৰীচিৰকান্ত পাটিৰ
২য়— ,, নবীন শৰ্ম্মা
৩য়— ,, ৰাজেন পেগু

হেমাৰ থ্ৰু (ল'ৰাৰ)
১ম— শ্ৰীতৰুণ চন্দ্ৰ বৰা
২য়— " জীৱন গগৈ
৩য়— " হিৰণ্য গগৈ

শটপুট থ্ৰু (ছোৱালীৰ)
১ম— শ্ৰীমতী জুলা শৰ্ম্মা
২য়— ,, নিকুঞ্জলতা বৰা
৩য়— ,, লাৱনা মহন্ত

শটপুট থ্ৰু (ল'ৰাৰ)
১ম— শ্ৰীমোহন শইকীয়া
২য়— ,, তৰুণ বৰা
৩য়— ,, বিবিঞ্চি পেগু

ত্ৰিপল জাম্প (ল'ৰাৰ)
১ম— শ্ৰীপ্ৰেমকান্ত শইকীয়া
২য়— ,, আলোক বাজখোৱা
৩য়— ,, পৰমা বৰুৱা

হাই জাম্প (ছোৱালীৰ)
১ম— শ্ৰীমতী শিখাৰাণী হাজৰীকা
২য়— ,, জিপু হাজৰীকা
৩য়— নিকুঞ্জলতা বৰা

KKH Library

হাই জাম্প ( ল'ৰাৰ )
১ম— শ্ৰীপ্ৰদীপ বৰা
২য়— ,, আলোক বাজখোৱা
৩য়— ,, ভূবন দাস

পল ভল্ট ( ল'ৰাৰ )
১ম— শ্ৰীজীৱন গগৈ
২য়— ,, আলোক বাজখোৱা
৩য়— ,, ভূবন দাস

শ্ৰেষ্ঠ খেলুৱৈ ( ল'ৰাৰ )—শ্ৰীভূবন দাস
,, ,, ( ছোৱালীৰ )
শ্ৰীশিখাৰাণী হাজৰীকা

বছেৰেকীয়া বেডমিণ্টন প্ৰতিযোগীতা
১৯৭৫/৭৬

ল'ৰাৰ ছিংগল
বিজয়ী— শ্ৰীপংকজ চুটিয়া
ৰাণাৰ্চ আপ—শ্ৰীঅতুল হাজৰীকা

ছোৱালীৰ ছিংগল
বিজয়ী— শ্ৰীনিৰু শইকীয়া
ৰাণাৰ্চ আপ— ,, জুনা শৰ্মা

ডাবলচ ( ল'ৰাৰ )
বিজয়ী | শ্ৰীঅতুল হাজৰীকা
| ,, ভূবন দাস
ৰাণাৰ্চ আপ | শ্ৰীপ্ৰবীন বৰুৱা
| ,, প্ৰণৱ বৰুৱা

( ছোৱালীৰ )
বিজয়ী | শ্ৰীনিৰু শইকীয়া
| ,, মিনু গোস্বামী
ৰাণাৰ্চ আপ | জুনা শৰ্মা
| জেউতী বৰদলৈ

মিক্স ডাবল
বিজয়ী | প্ৰদীপ বৰুৱা
| নিৰু শইকীয়া
ৰাণাৰ্চ আপ | প্ৰবীন বৰুৱা
| জুনা শৰ্মা

ধন্যবাদ—

শ্ৰীপ্ৰদীপ কুমাৰ বৰা
সম্পাদক, খেল বিভাগৰ
১৯৭৫।৭৬ চন

KKH Library

## —সম্পাদক
## ছাত্ৰ সাহিত্য সন্থা—

মোৰ সম্পাদকীয় প্ৰতিবেদন পাতনি মেলাৰ আগতে, প্ৰথমতেই ছাত্ৰ ছাত্ৰীৰ তথা শিক্ষাগুৰুৰ ওচৰত চিৰকৃতজ্ঞ হৈ লোৱাতো একান্ত বাঞ্ছনীয় বুলি ভাবো ।

১৯৭৩/৭৪ চনৰ পৰাই গতানুগতিক ভাৱে অসমৰ দ্বিতীয় এই মহাবিদ্যালয়ত শিক্ষাগুৰু আৰু ছাত্ৰ-ছাত্ৰী বন্ধু বান্ধৱীৰ লগত যোগাযোগ হৈ বিভিন্ন সম্পাদকীয় কাৰ্য্যভাৰ বহন কৰিবলৈ পাই মোৰ জীৱনৰ পাতনি মেলাত ইয়ো মোৰ কাৰণেই স্মৃতি স্বৰূপেই । ১৯৭৪-৭৫ চনৰ "ছাত্ৰ সাহিত্য সন্থাৰ" সম্পাদকীয় কাৰ্য্যত কিমান দূৰ কি কৰিব পাৰিছিলো সেয়া বিচাৰ আপোনালোকৰ ওচৰত ।

সম্পাদকৰ দায়িত্ব বহন কৰাৰ লগে লগেই প্ৰথমে সৰস্বতী পূজা পতাৰ কাৰ্য্যভাৰ পৰিছিল । মোৰা সৰস্বতী পূজা ভাগটি সুন্দৰ ভাৱেই হৈ যায় বুলি কলেজৰ কৰ্তৃপক্ষৰ পৰা আমি সমাদৰ লাভ কৰো । এই পূজা তিনিদিনীয়া কাৰ্য্যসূচীৰে পালন কৰা হৈছিল । বিভিন্ন দিনৰ বিভিন্ন কাৰ্য্য আছিল । এই পূজাভাগ পৰিচালনা কৰিবৰ কাৰণে পাঁচখন সমিতি গঠন কৰি প্ৰত্যেক সমিতিক নিজ নিজ কাম কৰিবলৈ দিয়া হয় ।

সৰস্বতী পূজাত আমাৰ মহাবিদ্যালয়ৰ ছাত্ৰ ছাত্ৰীৰ মাজত এখনি প্ৰতিযোগিতামূলক প্ৰদৰ্শনীৰ আয়োজন কৰা হয় ।

আয়োজিত প্ৰতিযোগিতাৰ বিষয়সমূহ আছিল । (১) চিত্ৰাঙ্কন (২) বোৱা গোঁঠা আৰু কুন্দাকাম (৩) হস্তশিল্প (৪) বাণিজ্য আৰু বিজ্ঞান বিভাগৰ চাৰ্ট, মডেল (৫) চিলাই কাম আদি । এই প্ৰদৰ্শনী পৰিচালনা কৰিবৰ কাৰণে অধ্যাপক মহোদয় শ্ৰীযুত মুকুল চলিহা দেৱক সমিতিয়ে নিৰ্ব্বাচিত কৰে । পূজাদিনাই আমাৰ প্ৰদৰ্শনী মুকলি কৰা হৈছিল শ্ৰীদীন বৰুৱা দেৱৰদ্বাৰা । যেখেতে আহি ফিটাৰ মুকলি কৰি প্ৰদৰ্শনী চাই ছাত্ৰ-ছাত্ৰীৰ এনে বৈচিত্ৰ্য-পূৰ্ণ প্ৰদৰ্শনী দেখি প্ৰমান হৈ শলাগ লয় আৰু এই মহাবিদ্যালয়ৰ অধ্যক্ষ মহোদয় শ্ৰীযুত কৃষ্ণ কান্তি দেৱেও ছাত্ৰ-ছাত্ৰীৰ প্ৰদৰ্শনীৰ প্ৰতি শলাগ লয় । এই প্ৰদৰ্শনী আমাৰ দুদিনিয়াকৈ মুকলি থাকে ।

প্ৰতিযোগিতাৰ প্ৰদৰ্শনী তলত উল্লেখ কৰা বিভিন্ন বিভাগত ছাত্ৰ-ছাত্ৰী সকলে পুৰস্কাৰ আৰু প্ৰমাণ পত্ৰ পায় ।

(১) চিত্ৰাঙ্কন :— ১ম গৌতম বৰুৱা, প্ৰাক্ স্নাতক ১ম বাৰ্ষিক বিজ্ঞান । ২য় কৃষ্ণমনী চেত্ৰী প্ৰাঃ স্নাঃ ১ম বাৰ্ষিক কলা । ২য় জ্যোতি প্ৰসাদ কাটকীয়া, স্নাতক ১ম বাৰ্ষিক বিজ্ঞান । ৩য় নিদীপ তামুলী প্ৰাঃ স্নাঃ ১ম বাৰ্ষিক কলা ।

(২) চিলাই কাম :— ১ম কিৰণ দাস, স্নাতক ২য় বাৰ্ষিক বিজ্ঞান । ২য় বন্দনা বৰদলৈ স্নাতক ১ম বাৰ্ষিক বিজ্ঞান । সুসমা গোস্বামী স্নাতক ১ম বাৰ্ষিক কলা । ৩য় চামীম হাজৰিকা স্নাতক ২য়

বাৰ্ষিক কলা। ৪ৰ্থ নাজিয়া বেগম স্নাতক ২য় বাৰ্ষিক বিজ্ঞান।

(৩) বোৱাগোঠা আৰু কুকুৰাকামত :— ১ম প্ৰনৱ কুমাৰ বৰুৱা স্নাতক ১ম বাৰ্ষিক বিজ্ঞান। ২য় দুলাল গোস্বামী স্নাতক ২য় বাৰ্ষিক বিজ্ঞান।

(৪) আহি আৰু বিজ্ঞানৰ পৰীক্ষাত :— ১ম পৱান ফুকন, ১ম মৃগেন বৰপুজাৰী, ১ম ওমৰ চাৰাউদ্দিন ২য় অজিত কুমাৰ বৰদলৈ। এই আহি আৰু বিজ্ঞানৰ পৰীক্ষা ক্ষেত্ৰত যতীন কলিতাক অধ্যাপক শ্ৰীযুত প্ৰকাশ বৰ ঠাকুৰ দেৱে বিশেষ ভাৱে পুৰস্কাৰ আগ বঢ়াই।

(৫) হস্তশিল্পত :— ১ম ৰাজেন কাকতি স্নাতক ২য় বাৰ্ষিক ক'লা। ২য় বিপিন চন্দ্ৰ মহন্ত স্না: ২য় বা: কলা।

(৬) চাৰ্ট :— ১ম ব্ৰজভূষন লহৰে ২য় বাৰ্ষিক স্নাতক বিজ্ঞান। ২য় প্ৰদীপ গগৈ ১ম বাৰ্ষিক স্নাতক বিজ্ঞান। ৩য় বন্দনা বৰদলৈ ১ম বাৰ্ষিক স্নাতক বিজ্ঞান।

এই চাৰ্টত,বন্দনা বৰদলৈ, প্ৰদীপ গগৈ আৰু ৰমেন দত্ত, প্ৰবীন ভট্টই বিশেষ ভাৱে পুৰস্কাৰ প্ৰদান কৰে।

এই প্ৰদৰ্শনীৰ বাহিৰেও আৰু আন এটি প্ৰতিযোগীতা মুলক বিষয় বস্তু আছিল তোৰন আৰু মণ্ডপৰ ডিজাইনৰ বাবে। বহু ছাত্ৰৰ পৰা তোৰন আৰু মণ্ডপৰ ডিজাইন পোৱা হৈছিল। তেখেত সকলৰ ভিতৰত ১ম শ্ৰীনিৰেন নেওগ আৰু ২য় শ্ৰীপ্ৰদীপ গগৈক পেণ্ডেল, তোৰন আৰু মণ্ডপৰ সমিতিৰ বিচাৰকে তেওঁলোকক নিৰ্বাচিত কৰে আৰু শ্ৰীনেওগক সাজিবলৈ দিয়া হয় আৰু দুয়োকে পুৰস্কাৰ প্ৰদান কৰা হয়।

পূজাৰ দিনা ৰাতিলৈ সন্ধ্যা ৬ বজাৰ পৰা "সাংস্কৃতিক সন্ধিয়া" পৰিবেশন কৰি পূজা সামৰা হয়।

মোৰ আন এবিধ কাৰ্য্য আছিল শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথি পালন। শঙ্কৰ দেৱৰ তিথি নাম কীৰ্ত্তন আদিৰে পালন কৰা হয়। এই তিথি উপলক্ষে বিভাগীয় সম্পাদকৰ দ্বাৰা সমাজসেৱা, কুইজ প্ৰতিযোগিতা আৰু আকস্মিক ৰচনা প্ৰতিযোগীতা পতা হৈছিল।

তলত উল্লেখ কৰা ছাত্ৰ-ছাত্ৰী কেইজনেই প্ৰতিযোগীতাত ক্ৰমে স্থান লাভ কৰে।

১ম শ্ৰীসৌৰভ প্ৰাণ গোস্বামী, প্ৰাক্ স্নাতক ২য় বাৰ্ষিক কলা

২য় হিৰেন শৰ্মা প্ৰা: স্না: ১ম বাৰ্ষিক কলা

৩য় অনুৰাধা বৰুৱা প্ৰা: স্না: ২য় বাৰ্ষিক বিজ্ঞান

এতিয়া আহিলো মোৰ আন এটি কাৰ্য্য পৰ্য্যালৈ। সেয়া হল ছমহীয়া আৰু বছেৰেকীয়া "সাহিত্য" প্ৰতিযোগীতা।

আমি জানো যে সাহিত্যই এটা জাতিৰ দাপোন স্বৰূপ। যি সকলে আমাৰ সমাজৰ পৰা গুলাই আহি একেলেঠাবিয়ে গল্প, কবি নাট্যকাৰ আদি হৈ জাতিৰ মান অটুট ৰাখিছে তেখেত সকলৈলৈ আমাৰ শ্ৰদ্ধা জনালো। শক্তিকে হে বন্ধু বান্ধৱী সকল সতু কৰক। আমাৰ মাজৰ পৰাও সাহিত্যৰ চৌদিশে উজলি পৰক নতুন এসোঁতা সাহিত্যৰ সোঁহৰ আদৰি আনক। যি সকল প্ৰতিযোগীয়ে অংশ গ্ৰহন কৰিছিল তেখেত সকলোকে মোৰ পুনৰ সাহিত্য প্ৰতিভালৈ শুভেচ্ছা আগবঢ়ালো আৰু যি সকল ছাত্ৰ-ছাত্ৰীয়ে প্ৰতিযোগীতাত বিবেচনা বুলি পৰিচিত হৈছে

ক্ষেত্ৰত সকলোৱে পুনৰ নতুন উৎসাহে সাহিত্যৰ প্ৰতিভাৰ পোহৰ জগতত বিলাই দিবলৈ অনুৰোধ জনালো। তলত উল্লেখ কৰা বিভিন্ন বিষয়ত ১৯৭৪।৭৫ চনৰ বাবে সাহিত্য প্ৰতিযোগীতাত বিবেচিত হয়:

### জমহীয়া কালত

গল্প:— ১ম শ্ৰীসুনীল আকাশবনদিয়া, প্ৰাঃ স্নাঃ ২য় বাঃ কলা, ২য় শ্ৰীতৰুণ গগৈ প্ৰাঃ স্নাঃ ১ম বাৰ্ষিক বিজ্ঞান, ২য় কেশৱ শইকীয়া স্নাতক ২য় বাৰ্ষিক কলা। ৩য় বাতুল গোস্বামী স্নাতক ২য় বাৰ্ষিক কলা, ৩য় মৃদুল বৰঠাকুৰ প্ৰাঃ স্নাঃ ২য় বাৰ্ষিক বাণিজ্য, ৩য় মিনতী দেৱী প্ৰাঃ স্নাতক ১ম বাঃ বিজ্ঞান।

একাংকিকা নাটক:— ১ম শ্ৰীপ্ৰবীন কুমাৰ ভট্টাচাৰ্য্য স্নাতক ২য় বাৰ্ষিক বিজ্ঞান। নিচুকনি শ্ৰীসুনীল আকাশবনদিয়া প্ৰাঃ স্নাঃ ২য় বাঃ কলা।

অসমীয়া ৰচনা:— বিষয় আছিল "বৰ্ত্তমান জকৰী কালিন অৱস্থাত ছাত্ৰৰ কৰ্ত্তব্য" (১৫০০ শ শব্দৰ ভিতৰত) ১ম শ্ৰীদিলীপ কুমাৰ শৰ্ম্মা স্নাতক ২য় বাৰ্ষিক বিজ্ঞান, ২য় মৃদুল বৰঠাকুৰ প্ৰাঃ স্নাঃ ২য় বাৰ্ষিক বাণিজ্য, ২য় প্ৰবীন ভট্টাচাৰ্য্য স্নাতক ২য় বাৰ্ষিক বিজ্ঞান, ৩য় বিষ্ণুপ্ৰসাদ শৰ্ম্মা স্নাতক ২য় বাৰ্ষিক বাণিজ্য, ৩য় তপোময়ী বৰা প্ৰাঃ স্নাঃ ১ম বাৰ্ষিক কলা।

অসমীয়া বৰ্ষা ৰচনাত:— ১ম শ্ৰীপ্ৰবীন ভট্টাচাৰ্য্য স্নাতক ২য় বাৰ্ষিক বিজ্ঞান, ২য় জীতেন শৰ্ম্মা স্নাতক ২য় বাৰ্ষিক বাণিজ্য, ৩য় নীলিমা শইকীয়া প্ৰাকস্নাতক ২য় বাৰ্ষিক কলা।

অসমীয়া কবিতা:— ১ম শ্ৰীবিজয়সিং মিপুন প্ৰাঃ স্নাঃ ২য় বাঃ কলা, ২য় বিপুল খাটনিয়াৰ প্ৰাঃ স্নাঃ ১ম বাঃ বিজ্ঞান, ৩য় সুনীল আকাশবনদিয়া প্ৰাঃ স্না ২য় বাঃ কলা, ৩য় মৃদুল বৰঠাকুৰ প্ৰাঃ স্নাঃ ২য় বাৰ্ষিক বাণিজ্য, ৩য় ৰোহিত বৰঠাকুৰ প্ৰাঃ স্নাঃ ২য় বাঃ বিজ্ঞান, নিচুকনি প্ৰদীপকুমাৰ বৰা স্নাঃ ২য় বাঃ কলা।

অসমীয়া কবিতা আবৃত্তি:—"মহকান্ত বৰুৱাৰ" ১ম শ্ৰীমতী পল্লবী ভট্টাচাৰ্য্য প্ৰাঃ স্নাঃ ১ম বাঃ কলা, ২য় বীণা গগৈ স্নাঃ ১ম বাঃ কলা। ৩য় নীৰদা হাতীবৰুৱা স্নাঃ ১ম বাঃ কলা।

ইংৰাজী ৰচনাত:— বিষয় আছিল "Necessity of creating of sprits service among the students" ৩য় হিতেন্দ্ৰনাথ গোস্বামী প্ৰাঃ স্নাঃ ২য় বাঃ বিজ্ঞান, নিচুকনি প্ৰবীন ভট্টাচাৰ্য্য স্নাঃ ২য় বাঃ বিজ্ঞান।

ইংৰাজী কবিতা:—নিচুকনি শ্ৰীপ্ৰবীন ভট্টাচাৰ্য্য স্নাতক ২য় বাঃ বিজ্ঞান, ৰোহিত বৰঠাকুৰ প্ৰাঃ স্নাঃ ২য় বাৰ্ষিক।

ইংৰাজী কবিতা আবৃত্তি:—নিচুকনি শ্ৰীবিপুল খাটনিয়াৰ প্ৰাঃ স্নাঃ ১ম বাৰ্ষিক বিজ্ঞান

বহেৰেকীয়া সাহিত্য প্ৰতিযোগিতাৰ ফলাফল—

অসমীয়া বৰ্ষা ৰচনা:— ১ম শ্ৰীপ্ৰবীন ভট্টাচাৰ্য্য স্নাতক ২য় বাঃ বিজ্ঞান, ২য় আনন্দ চন্দ্ৰ গুহৈ প্ৰাঃ স্নাঃ ২য় বাঃ বাণিজ্য।

অসমীয়া ৰচনাত:— বিষয় আছিল: "সাম্প্ৰতিক অসমীয়া চুটি গল্পৰ ধাৰা"

১ম ৰোহিত বৰঠাকুৰ প্ৰাঃ স্নাতক ২য় বাৰ্ষিক বিজ্ঞান, ২য় হিতেন্দ্ৰ নাথ গোস্বামী প্ৰাঃ স্নাঃ ২য় বাঃ বিজ্ঞান, ৩য় জীতেন শৰ্ম্মা স্নাঃ ২য় বাৰ্ষিক বাণিজ্য।

অসমীয়াৰ্থক চিত্ৰ:— ১ম শ্ৰীমতী বীণা গগৈ স্নাঃ ১ম বাঃ কলা, ২য় হিতেন্দ্ৰ নাথ গোস্বামী

KKH Library

প্ৰাঃ স্নাঃ ২য় বাঃ বিজ্ঞান, ৩য় শ্ৰীমতী নীৰদা হাতীবৰুৱা স্নাঃ ১ম বাঃ কলা।

অসমীয়া গল্পত:— ১ম যোতিষ বৰঠাকুৰ প্ৰাঃ স্নাঃ ২য় বাঃ বিজ্ঞান, ২য় শ্ৰীমতী ৰূপা বৰুৱা প্ৰাক্ স্নাঃ ১ম বাঃ বিজ্ঞান, ৩য় প্ৰবীন ভট্টাচাৰ্য্য স্নাঃ ২য় বাঃ বিজ্ঞান, ৪ৰ্থ সৌৰভ প্ৰান গোস্বামীপ্ৰাঃ স্নাঃ ২য় বাঃ কলা, ৪ৰ্থ হিতেন্দ্ৰ নাথ গোস্বামী প্ৰাঃ স্নাঃ ২য় বাঃ বিজ্ঞান, ৪ৰ্থ কেশৱ শইকীয়া স্নাঃ ১য় বাঃ কলা।

অসমীয়া প্ৰবন্ধত:— ১ম প্ৰবীন ভট্টাচাৰ্য্য স্নাঃ ২য় বাঃ বিজ্ঞান, ২য় জীতেন শৰ্ম্মা স্নাঃ ২য় বাঃ বাণিজ্য, ৩য় হিতেন্দ্ৰ গোস্বামী প্ৰাঃ স্নাঃ ১য় বাঃ বিজ্ঞান, ৩য় হিৰেণ বৰা প্ৰাঃ স্নাঃ ১ম বাঃ কলা ৩য় আনন্দ চন্দ্ৰ মুদৈ প্ৰাঃ স্নাঃ ২য় বাঃ বাণিজ্য

অসমীয়া কবিতা আবৃত্তি:—
১ম নীৰদা প্ৰভা হাতীবৰুৱা স্নাঃ ১ম বাঃ কলা
২য় বীনা গগৈ স্নাঃ ১ম বাৰ্ষিক কলা

ইংৰাজী কবিতা – নিচুকনি হিতেন্দ্ৰ গোস্বামী প্ৰাঃ স্নাঃ ২য় বাঃ বিজ্ঞান

ইংৰাজী ৰচনা— বিষয় আছিল " "The role of students in building up in a new India" বিবেচিত নহল।

ইংৰাজী লঘুৰচনাত — নিচুকনি হিতেন্দ্ৰ নাথ গোস্বামী প্ৰাঃ স্নাঃ ২য় বাঃ বিজ্ঞান।

ইংৰাজী প্ৰবন্ধত — ২য় হিতেন্দ্ৰনাথ গোস্বামী প্ৰাক্ স্নাঃ ২য় বাঃ বিজ্ঞান, ৩য় নবীন, ভট্টাচাৰ্য্য স্নাঃ ২য় বাঃ বিজ্ঞান।

আবৃত্তি প্ৰতিযোগিতা
ইংৰাজী কবিতা—
১ম বীনা গগৈ ১ম বাৰ্ষিক কলা ॥

### শ্ৰেষ্ঠ সাহিত্য প্ৰতিযোগী

১৯৭৪-৭৫ চনৰ বাবে ছমহীয়া আৰু বছেৰেকীয়া সাহিত্য প্ৰতিযোগিতাত চূড়ান্ত বাৰ্ষিক স্নাতক বিজ্ঞান ( অনাৰ্চ )ৰ ছাত্ৰ প্ৰবীণ কুমাৰ ভট্টাচাৰ্য্যই শ্ৰেষ্ঠ সাহিত্য প্ৰতিযোগীৰ ( Best litcary man ) সন্মান লাভ কৰিলে।

মোৰ এই সম্পাদকীয় কাৰ্য্যকালত আৰু এটি বিশেষ কাৰ্য্য আছিল ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অন্তৰ্গত আন্তঃ মহাবিদ্যালয়ৰ ভিতৰত এখনি সাহিত্য প্ৰতিযোগিতা লোৱা। ছাত্ৰ একতা সভাৰ সিদ্ধান্ত ক্ৰমে আমাৰ মহাবিদ্যালয়ৰ অধ্যক্ষ, অধ্যাপক মণ্ডলিৰ দ্বাৰা এখন কমিটি সংগঠন কৰি বিষয় বস্তু প্ৰস্তুত কৰি সেই কমিটিৰ ভিতৰতে বিচাৰক নিয়োগ কৰি লোৱা হয়। প্ৰতিযোগিতাৰ বিষয়বস্তু আছিল (১) ৰচনা (২) গল্প আৰু (৩) কবিতা। ৰচনাৰ বিষয় আছিল "দেশ গঠনত ছাত্ৰৰ ভূমিকা"।

কিন্তু ইয়াৰ বাবে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অন্তৰ্গত সকলো মহাবিদ্যালয়লৈ এই বিষয়ে নিয়ম অনুসৰি লিপি-কৰি প্ৰতি মহাবিদ্যালয়ৰ অধ্যক্ষ মহোদয়সকললৈ Under Certificated কৰি চিঠি পঠোৱা হয় আৰু ছবাবৈকেও কাগজত প্ৰকাশ কৰা হয়। কিন্তু দুৰ্ভাগ্যৰ বিষয় বেচি মহাবিদ্যালয়ৰ প্ৰতিযোগী পোৱা নহৈছিল।

কিন্তু যিসকল ছাত্ৰ-ছাত্ৰীয়ে এই আন্তঃ কলেজ সাহিত্য প্ৰতিযোগিতালৈ বিষয়বস্তু লিখি আমালৈ পঠালে তেখেত সকললৈ প্ৰথমেই মোৰ শ্ৰদ্ধা জাৰুন সাহিত্য প্ৰতিভাৰ প্ৰতি আন্তৰিক আমি ধন্যবাদ জ্ঞাপন কৰিলো। কাৰণ "চৰিত্ৰ বিকাশ সাধন কৰিবলৈ নিজৰ নিজৰ যি যি

